# এশ পোন্ধৰগৰাকী বিশিষ্ট ব্যক্তিৰ

# জীৱন-পঞ্জী



শ্ৰীসমীন কলিতা

বীণাপাণি প্ৰকাশ
গুৱাহাটী

ভ্ৰাতৃপ্ৰতিম, শ্ৰীদিনমণি দাসৰ

হাতত—

—নমীন কলিতা

## ॥ এষাৰ ॥

অসমীয়া ভাষা-সাহিত্য, কলা-সংস্কৃতি, শিক্ষা, সমাজসেৱা, বিজ্ঞান, চিকিৎসা, সাংবাদিকতা, ক্ৰীড়া, উদ্যোগ, কৃষি, আইন, ৰাজনীতি, স্বাধীনতা সংগ্ৰাম আদি বিভিন্ন দিশলৈ যিসকল ব্যক্তিয়ে বিশিষ্ট বৰঙণি আগবঢ়াইছে—সেই ব্যক্তিসকলৰ সুবৃহৎ আকাৰে 'অসমীয়া জীৱন-পঞ্জী' এখন প্ৰস্তুত কৰাৰ আঁচনি আমি হাতত লৈছোঁ। সেই আঁচনিৰে ইতিমধ্যে খণ্ড হিছাপে (১) অসম সাহিত্য সভাৰ সভাপতিসকল (২) সাহিত্য অকাডেমি বঁটা বিজয়ী অসমীয়া (৩) অসমৰ মুখ্যমন্ত্ৰীসকলৰ জীৱন-গ্ৰন্থ প্ৰকাশ হৈ ওলাইছে। সাংবাদিকসকল আৰু শিল্পীসকলৰো দুটা সুকীয়া খণ্ড ইতিমধ্যে প্ৰস্তুত কৰি বিভিন্ন আলোচনী-বাতৰি কাকতত তাৰ কিছু প্ৰকাশ কৰিছোঁ।

বৰ্তমানৰ 'এশ পোন্ধৰ গৰাকী বিশিষ্ট ব্যক্তিৰ জীৱন-পঞ্জী' গ্ৰন্থখনো উক্ত আঁচনিৰে এটা ভিতৰুৱা খণ্ড। তদুপৰি প্ৰকাশ পাব লগা পৰৱৰ্তী খণ্ডবোৰলৈও আমাৰ সংগ্ৰহ অব্যাহত আছে। সময়ত সেই খণ্ড-বিলাকো প্ৰকাশ কৰি উলিয়াব পাৰিম বুলি আশা ৰাখিছোঁ। কামটো অতি কঠিন। কিন্তু তাৰ মাজতে ৰাইজৰ সহায়-সহযোগিতা, দিহা-পৰামৰ্শ পালে,—হয়তো আমাৰ কাৰ্য্যত এদিন সফলতা লভিব পাৰিম। বৰ্তমান গ্ৰন্থখন সম্পূৰ্ণ কৰাত বিশিষ্ট নাট্যকাৰ, সাংবাদিক, শ্ৰদ্ধাস্পদ শ্ৰীবসন্ত কুমাৰ শইকীয়া আৰু বিশিষ্ট সাহিত্যিক শ্ৰদ্ধাস্পদ শ্ৰীঅৱনীন্দ্ৰ ৰৰা ডাঙৰীয়াই নানা পৰামৰ্শৰে কৃতাৰ্থ কৰিছে। দুয়োগৰাকীলৈ আন্তৰিক শ্ৰদ্ধা জনালোঁ।

ইতি

শ্ৰীসমীন কলিতা

সুত্ৰধাৰ

ডাক—গেৰুৱা ( হাজো )

কামৰূপ, অসম

৫. ১১. ৯১

# সূচীপত্ৰ

| বিষয় | | পৃষ্ঠা |
|---|---|---|
| শ্ৰীৰমেশচন্দ্ৰ কলিতা | .... | ৩৩ |
| শ্ৰীহীৰেণ ভট্টাচাৰ্য | .... | ৩৪ |
| ড° নন্দ তালুকদাৰ | .... | ৩৫ |
| শ্ৰীশশী শৰ্মা | .... | ৩৬ |
| শ্ৰীবীৰেশ্বৰ বৰুৱা | .... | ৩৭ |
| ড° লক্ষহীৰা দাস | .... | ৩৮ |
| ড° ভগৱান মৰল | .... | ৩৯ |
| শ্ৰীউত্তম বৰুৱা | .... | ৪০ |
| ড° মুকুন্দ মাধৱ শৰ্মা | .... | ৪১ |
| শ্ৰীপ্ৰবীণা শইকীয়া | .... | ৪২ |
| শ্ৰীভৃগুমুনি কাগয়ুং | .... | ৪৩ |
| শ্ৰীনবাৰুণ বৰ্মা | .... | ৪৪ |
| শ্ৰীবসন্তকুমাৰ শইকীয়া | .... | ৪৫ |
| ড° হেমন্ত কুমাৰ শৰ্মা | .... | ৪৬ |
| শ্ৰীচিত্ৰ মহন্ত | .... | ৪৭ |
| শ্ৰীঅৱনীন্দ্ৰ বৰা | .... | ৪৮ |
| শ্ৰীঅতুলানন্দ গোস্বামী | .... | ৪৯ |
| ড° বীৰেন্দ্ৰনাথ দত্ত | .... | ৫০ |
| আলিমুননিছা পিয়াৰ | .... | ৫১ |
| শ্ৰীসুশীল শৰ্মা | .... | ৫২ |
| শ্ৰীবিশ্বেশ্বৰ হাজৰিকা | .... | ৫৩ |
| শ্ৰীবসু ওজা | .... | ৫৪ |
| শ্ৰীহেমৰথ বৰ্মণ | .... | ৫৫ |
| ড° নবীন চন্দ্ৰ শৰ্মা | .... | ৫৬ |
| শ্ৰীমধু বড়ো | .... | ৫৭ |
| ড° নগেন শইকীয়া | .... | ৫৮ |
| ড° অৰুণ ভূঞা | .... | ৫৯ |

| বিষয় | | পৃষ্ঠা |
|---|---|---|
| ড° গোবিন্দপ্ৰসাদ শৰ্মা | .... | ৬০ |
| শ্ৰীদিনেশ গোস্বামী | .... | ৬১ |
| শ্ৰীবিজু হাজৰিকা | .... | ৬২ |
| শ্ৰীখগেন্দ্ৰনাৰায়ণ দত্তবৰুৱা | .... | ৬৩ |
| শ্ৰীগগন চন্দ্ৰ অধিকাৰী | .... | ৬৪ |
| শ্ৰীকৃষ্ণৰায় মেধি | .... | ৬৫ |
| ফুল বৰা | .... | ৬৬ |
| শ্ৰীকনকচন্দ্ৰ ডেকা | .... | ৬৭ |
| ড° শৈলেন ভৰালী | .... | ৬৮ |
| শ্ৰীআৰতি দাস বৈৰাগী | .... | ৬৯ |
| ড° ৰমেশ পাঠক | .... | ৭০ |
| ড° ভৃগুমোহন গোস্বামী | .... | ৭১ |
| গুণমণি বৰা | .... | ৭২ |
| ড° ৰামচৰণ ঠাকুৰীয়া | .... | ৭৩ |
| ড° পৰাগ কুমাৰ ভট্টাচাৰ্য | .... | ৭৪ |
| ড° দয়ানন্দ পাঠক | .... | ৭৫ |
| শ্ৰীকুমুদ গোস্বামী | .... | ৭৬ |
| শ্ৰীকিশোৰীমোহন পাঠক | .... | ৭৭ |
| ● সংস্কৃতি-সাধক | | |
| তিলক দাস | .... | ৭৮ |
| শ্ৰীপুৰুষোত্তম দাস | .... | ৭৯ |
| শ্ৰীবীৰেন্দ্ৰকুমাৰ ফুকন | .... | ৮০ |
| শ্ৰীপদুম বৰুৱা | .... | ৮১ |
| শ্ৰীৰামেশ্বৰ শইকীয়া | .... | ৮২ |
| ড° ভূপেন হাজৰিকা | .... | ৮৩ |
| নিপ বৰুৱা | .... | ৮৪ |
| শ্ৰীশোভা ব্ৰহ্ম | .... | ৮৫ |

| বিষয় | | পৃষ্ঠা |
|---|---|---|
|  |

# শ্ৰীলক্ষ্যধৰ চৌধুৰী

শ্ৰীলক্ষ্যধৰ চৌধুৰী এজন প্ৰখ্যাত নাট্যকাৰ, অভিনেতা, ৰাজনীতিবিদ আৰু সুবক্তা। সম্প্ৰতি তেওঁ সৰু সৰু মানুহ কিছুমানৰ চৰিত্ৰ অন্বেষণত ব্ৰতী হৈছে। 'মানুহ বিচাৰি' তেওঁৰ তেনে এখন জীৱনী সংগ্ৰহ। নিমিলা অংক, ৰক্তকুমাৰ, মইনামতি, ভিন্নজন ভিন্নমন আদি তেওঁৰ অন্যান্য গ্ৰন্থ। 'বদন বৰফুকন' কথা ছবিত অভিনয় কৰিছে, 'নিমিলা অংক' ছবি পৰিচালনা কৰিছে। অসমৰ ছচিয়েলিষ্ট দলৰ গুৰি ধৰোতা। তেওঁ জন্ম উত্তৰ গুৱাহাটীৰ ৰংমহলত (১৯১১—)। কটন কলেজৰ পৰা তেওঁ বি-এছ-চি পাচ কৰে। তেওঁ অসম চৰকাৰৰ শিক্ষা মন্ত্ৰী আছিল। তেওঁ ১৯৯১ চনত গোৱেশ্বৰত অনুষ্ঠিত অসম সাহিত্য সভাৰ সভাপতি তেওঁ এজন সুবক্তা।

# শ্ৰীমুনীন বৰকটকী

প্ৰখ্যাত গল্পকাৰ, চিন্তাশীল সমালোচক, সাংবাদিক শ্ৰীমুনীন বৰকটকীৰ জন্ম যোৰহাট নগৰত ( ১৯১৬— )। 'বিস্মৃত ব্যতিক্ৰম' গ্ৰন্থৰ বাবে তেওঁ অসম প্ৰকাশন পৰিষদৰ বঁটা পাইছে। কটন কলেজৰপৰা বি-এ পাছ কৰি, দৈনিক বাতৰি, বাঁহী, ত্ৰিভাষিক, অসমীয়া, আমাৰ অসম আৰু আছাম ট্ৰিবিউন কাকতবো সহকাৰী সম্পাদক আছিল। তেওঁ অসম চৰকাৰৰ প্ৰচাৰ বিভাগৰ উপসঞ্চালক, তথ্য আৰু অনাতাঁৰ বিভাগৰ উৰ্দ্ধতন বিষয়া, প্ৰেছ ইনফৰমেশ্যন আৰু আকাশবাণীৰ বাৰ্তা সম্পাদক আদি চৰকাৰী উচ্চ পদত থাকি, ১৯৭০-ৰ পৰা অৱসৰ গ্ৰহণ কৰিছে। তেওঁ এজন শিক্ষাবিদো।

# ড° প্ৰফুল্লদত্ত গোস্বামী

ড° প্ৰফুল্লদত্ত গোস্বামী অসমীয়া লোক-সাহিত্যৰ এজন আগশুৱীয়া সাধকৰূপে সৰ্বজন স্বীকৃত হৈছে। অসমৰ জনসাহিত্য, Folk Literature of Assam, Tales and Bollads of Assam, The Spring time Bihu of Assam, সাহিত্য আৰু জীৱন, Assamese Drama, এটি জীয়া কাহিনী, বীৰ এজন পথিক, সোণ ৰূপৰ নহয় সি দেশ, মোৰ বাছিয়া ভ্ৰমণ, বাৰ মাহৰ তেৰ গীত, বিলাতী হোজা—তেওঁৰ প্ৰকাশিত গ্ৰন্থ। কলিকতা বিশ্ববিদ্যালয়ৰপৰা এম-এ পাছ কৰি, ১৯৫৫ তেওঁ ডি. ফিল উপাধি লাভ কৰে। ১৯৭২ চনত তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ত স্বতন্ত্ৰ লোক সংস্কৃতি বিভাগ স্থাপন কৰি আৰু তাতে অধ্যাপনা কৰি ১৯৮১ চনত অৱসৰ গ্ৰহণ কৰে। তেওঁৰ জন্ম কামৰূপৰ নহিৰা মহাপুৰুষীয়া সত্ৰত ( ১৯১৯— )।

# শ্ৰীসত্যপ্ৰসাদ বৰুৱা

শ্ৰীসত্যপ্ৰসাদ বৰুৱা সুপ্ৰতিষ্ঠিত নাট্যকাৰ, সমালোচক আৰু মঞ্চাভিনেতা। চাকৈ-চকোৱা, শিখা, জ্যোতিৰেখা, আনাৰকলি, ছুপৰ নিশা, সিংহগড়, নায়িকা নাট্যকাৰ, মৃণাল মাহী, ৰাণাদিল, কুনাল কাঞ্চন আদি তেওঁৰ ৰচিত নাটক। তেওঁৰ কেইবাখনো সমালোচনামূলক গ্ৰন্থও আছে। তেওঁ ভাৰতৰ ভিতৰত শ্ৰেষ্ঠ মঞ্চাভিনেতাৰূপে সন্মানিত হৈছে। সুন্দৰ কোঁৱৰ, মণিৰাম দেৱান, প্ৰদীপ বৰুৱা, চাহজাহান, ঔৰংজেৱ, ইডিপাচ, লেনিন আদি চৰিত্ৰত অভিনয় কৰি প্ৰখ্যাতি লভিছে। গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ প্ৰোগ্ৰাম অফিচাৰ আৰু তথ্য জনসংযোগ বিভাগৰ সঞ্চালক হৈ অৱসৰ গ্ৰহণ কৰে। তেওঁ নাট্য প্ৰভাকৰ আৰু ৰৌপ্য বঁটাৰে সন্মানিত হৈছে। তেওঁৰ জন্ম মিজো পাহাৰৰ আইজাল চহৰত ( ১৯১৯— )। ১৯৩৮ বি-এ পাছ কৰি আইন ডিগ্ৰী লয়।

# ড° শ্রীগোলোকচন্দ্র গোস্বামী

ড° শ্রীগোলোকচন্দ্র গোস্বামী এগৰাকী প্ৰখ্যাত ভাষাবিদ। ধ্বনি বিজ্ঞানৰ ভূমিকা, অসমীয়া বৰ্ণ প্ৰকাশ, অসমীয়া আখৰ জোঁটনি, অসমীয়া গোলোক ব্যাকৰণ প্ৰবোধ ভাগ, অসমীয়া গোলোক ব্যাকৰণ সুবোধ ভাগ, অসমীয়া ব্যাকৰণৰ মৌলিক বিচাৰ, ভাষা-ভাষণিকা, An Introduction to Assamese phonology, Structure of Assamese আদি মূল্যবান গ্ৰন্থ ৰচনা কৰাৰ উপৰিও ড° কাকতিৰ Assamese ; Its Formation and Development, ৺পদ্মাৱতী দেৱী ফুকননীৰ সুধৰ্মাৰ উপাখ্যান সম্পাদনা কৰিছে। ১৯৮৫ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপক হিচাপে অৱসৰ গ্ৰহণ। জন্ম দৰিগাওঁ জিলাৰ দৈপৰা সত্ৰত (১৯২৩-)। পিতৃ ৺পৰমানন্দ গোস্বামী। গুৱাহাটী বিশ্ববিদ্যালয়ৰ এম-এ (১৯৫৩) আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ (১৯৬৭) ডক্টৰেট।

# ড° উপেন্দ্ৰনাথ গোস্বামী

ড° উপেন্দ্ৰনাথ গোস্বামী এগৰাকী প্ৰখ্যাত ভাষাবিদ। ভাষা-বিজ্ঞান, ভাষা আৰু সাহিত্য, অসমীয়া ভাষাৰ ৰূপ-কথা, অসমীয়া ভাষাৰ ব্যাকৰণ, অসমীয়া ভাষাৰ উদ্ভৱ সমৃদ্ধি আৰু বিকাশ, অসমীয়া লিপি, বৈষ্ণৱ ভক্তি-ধাৰা আৰু সন্ত-কথা, A Study on Kamrupi, a Dialect of Assamese, In Introduction of Assamese আদি ভালেমান মূল্যবান গ্ৰন্থ প্ৰণয়ন কৰিছে। চন্দ্ৰকান্ত অভিধান (২য় সংস্কৰণ) আৰু মণি মাণিক অসমীয়া শব্দ-কোশ নামৰ দুখন অভিধান সম্পাদনা কৰিছে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ অৱসৰপ্ৰাপ্ত মূৰব্বী অধ্যাপক। জন্ম নলবাৰী সত্ৰত (১৯২৫-)। পিতৃ ৺যামিনীকান্ত গোস্বামী। গুৱাহাটী বিশ্ববিদ্যালয়ৰ (১৯৫১) এম-এ। ১৯৫৮ গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰাই 'ডক্টৰেট' ডিগ্ৰী লাভ।

# শ্ৰীহিতেশ ডেকা

শ্ৰীহিতেশ ডেকা এজন প্ৰথিতযশা ঔপন্যাসিক। আজিৰ মানুহ নতুন পথ, এয়েতো জীৱন ( ১ম, ২য়, তৃতীয় খণ্ড ), মাটি কাৰ, ভাৰাঘৰ আচল মানুহ, বৈৰী মানুহ, জীৱন সংঘাত, ইতিহাসে সকীয়ায়, আদি তেওঁৰ জনপ্ৰিয় উপন্যাস। প্ৰায়শ্চিত্ত আৰু গৰাখহনীয়া, তেওঁৰ প্ৰকাশিত গল্প গ্ৰন্থ। তেওঁৰ জন্ম সৰ্থেবাৰীত ( ১৯২৪- )। ১৯৫২ নলবাৰী কলেজৰপৰা বি-এ পাছ কৰি, শিক্ষকতাকে জীৱনৰ পথ হিচাপে বাচি লয়। জালুকবাৰী চৰকাৰী হাইস্কুলৰ পৰা ১৯৮৫ অৱসৰ গ্ৰহণ কৰে। তেওঁ কামৰূপ সাহিত্য সভাৰ প্ৰাক্তন সভাপতি আৰু অসম সাহিত্য সভাৰ উপসভাপতি আছিল। সদৌ অসম কবি সমাজৰো উপদেষ্টা। ১৯৭৯ চনত অসমৰ বিদেশী বিতাৰণ আন্দোলনত যোগদান কৰে আৰু গণ সংগ্ৰাম পৰিষদৰ লগত অসম সাহিত্য সভাৰ হৈ প্ৰতিনিধিত্ব কৰি দিল্লীৰ বৈধ্য লানিত আলোচনাত অংশ গ্ৰহণ কৰে।

## শ্রীবিমল নাথ

শ্ৰীবিমল নাথ এগৰাকী প্ৰতিষ্ঠিত লেখক। পাপ আৰু পৰাচিত, প্ৰিয় বন্ধু, প্ৰেম আৰু ভয়, মৰণ যাত্ৰীৰ জীৱনলিপি আদি গ্ৰন্থ অনুবাদ কৰিছে। তেওঁৰ প্ৰকাশিত গ্ৰন্থ প্ৰায় একচল্লিছখন। সাহিত্যিক পেন্সন (১৯৮৮) লাভ কৰিছে। তেওঁ এগৰাকী সুঅভিনেতা। কপুমী, সৰাপাত, নতুন পৃথিবী, ভক্ত প্ৰহ্লাদ, অগ্নি কন্যাত অভিনয় কৰিছে। ১৯৮৫ অসমীয়া চিনেমাৰ সোণালী জয়ন্তী উপলক্ষে পঁচিশ বছৰীয়া শিল্পীৰূপে সম্বৰ্দ্ধনা জনোৱা হয়। জন্ম গোৱালপাৰাত (১৯২৪-)।

## শ্ৰীপৰাগধৰ চলিহা

প্ৰবীণ শিক্ষাবিদ, প্ৰতিভাসম্পন্ন লেখক, কণ্ঠশিল্পী আৰু অভিনেতা শ্ৰীপৰাগধৰ চলিহাৰ জন্ম ডিব্ৰুগড়ত (১৯২৪— )। তেওঁৰ পিতৃ সাহিত্যিক পদ্মধৰ চলিহা। অসমীয়া সাহিত্য আৰু সংস্কৃতি, অসমীয়া জাতি গঠনত বিভিন্ন জন সংস্কৃতিৰ অৱদান, Identical tenets of Mahapurushiya-Vaisnavism and Guru Nanak's Teaching, Collegiate Education in Assam শ্ৰীচলিহাৰ প্ৰকাশিত গ্ৰন্থ। শিৱসাগৰ কলেজৰ অধ্যক্ষৰ পিছত, ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ লক্ষ্মীনাথ বেজবৰুৱা অধ্যাপকৰ আসনত বহে। ১৯৮৫ চনত অসম গণ পৰিষদৰ প্ৰাৰ্থী হিচাপে লোকসভালৈ সদস্য নিৰ্বাচিত হৈছিল।

# শ্ৰীনীলিমা দত্ত

শ্ৰীনীলিমা দত্ত এগৰাকী সুলেখিকা। আকাশবন্তি, শৈল শিখৰ, প্ৰাণশিখা, ধুমুহাৰ পিছত, শেষ নাই, ভাৰতীয় দৰ্শন, মই আৰু আমি, মহৎলোকৰ ল'ৰালি কাল, নাৰীৰ মুক্তি, শিশু বিকাশ আদি প্ৰকাশিত গ্ৰন্থ। গুৱাহাটী বিশ্ববিদ্যালয়ৰ দৰ্শন বিভাগৰ মুৰব্বী হিচাপে ১৯৮৫ অৱসৰ গ্ৰহণ কৰে। জন্ম নগাঁৱৰ শিলঘাটত ( ১৯২৫- )।

# শ্ৰীযতীন গোস্বামী

শ্ৰীযতীন গোস্বামী এজন সুপ্ৰতিষ্ঠিত সমালোচক, গল্পকাৰ আৰু ঔপন্যাসিক। অসমীয়া ভাষা আৰু সাহিত্যৰ ইতিহাস, অসমীয়া ভাষা আৰু সমীক্ষাত্মক ইতিহাস, কলা ভাস্কৰ্য্যৰ ৰূপ: বিময় লগন, নতুন গল্প, বান্ধৱ, আমাৰ নন্দ তালুকদাৰ, দৃষ্টিপাত, অব্যয় অব্যক্ত, অবধ্য জটায়ু, অলপ মেঘ, বাগমতী দেখিছোঁ, ঢৌ যেতিয়া আহে, ধূলি হে ধূলি আদি প্ৰকাশিত গ্ৰন্থ। সম্পাদনামূলক গ্ৰন্থও আছে। বৰ্ত্তমান তেওঁৰ জীৱিকা সাংবাদিকতা। নতুন প্ৰবাহ, মাতৃভূমি আৰু যোগাযোগৰ সম্পাদক। অসমৰ কুটীৰ শিল্প সংগ্ৰহালয়তো কাম কৰিছিল। মিউজিয়মচ এছোচিয়েচন অব ইণ্ডিয়া, ইণ্ডিয়ান হিষ্টৰী এণ্ড কালচাৰ এছোচিয়েচন আদিৰ সদস্য। জন্ম পাটাছাৰকুছিত ( ১৯২৫- )।

# মহম্মদ পিয়াৰ

জনপ্ৰিয় ঔপন্যাসিক মহম্মদ পিয়াৰৰ জন্ম তিতাবৰৰ ওচৰৰ ভকলাটিং চাহ বাগিচাত ( ১৯২৬- )। প্ৰীতি উপহাৰ, সংগ্ৰাম, মৰহা ফুল, জোৱাৰৰ ঢৌ, জীৱন নৈৰ ভাঁজি, হেৰুৱা স্বৰ্গ, পুৱঁতি নিশাৰ আজান, এই মানুহৰ কত ৰং, কাৰবালাৰ শ্বহীদ, ইছলাম জ্যোতি, হাইফেন, নীলপখী, সুদামাৰ অন্ন আদি তেওঁৰ প্ৰকাশিত গ্ৰন্থ। তেওঁ নগাওঁ কলেজৰ পৰা বি-এ পাছ কৰি গুৱাহাটী সোণাৰাম হাইস্কুলত শিক্ষকতা কৰি অৱসৰ লয়।

# ড° কিৰণচন্দ্ৰ শৰ্মা

ড° কিৰণচন্দ্ৰ শৰ্মা সুপ্ৰতিষ্ঠিত প্ৰবন্ধকাৰ আৰু ৰম্যৰচক। কিমিদং ব্যাহৃতং ময়া, প্ৰেম জীৱন আৰু সাহিত্য, শকুন্তলা (সম্পাদনা) আদি তেওঁ প্ৰকাশিত গ্ৰন্থ। ১৯৪৮ চনত কটন কলেজৰপৰা বি-এ, ১৯৫১ এম. এ আৰু ১৯৬৭ চনত ডক্টৰেট ডিগ্ৰী লাভ কৰে। প্ৰাগ্‌জ্যোতিষ কলেজৰ পিছত (১৯৮৫) গুৱাহাটী বিশ্ববিদ্যালয়ত অধ্যাপনা কৰি অৱসৰ লয়। তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰাই (১৯৬৭) ডক্টৰেট উপাধি লাভ কৰিছিল। তেওঁৰ জন্ম যোৰহাট চহৰত (১৯২৮-)।

# ড ললিতচন্দ্র ৰৰা

ড° ললিতচন্দ্ৰ ৰৰা এজন বিশিষ্ট ৰম্য ৰচক, গল্পকাৰ আৰু নিবন্ধকাৰ। বিসৰ্জন, অভিমান, ৰং বিৰঙ, লখিমীৰ চিঠি, হাঁহ-কুকুৰা পালন আৰু ৰোগ নিবাৰণ আদি প্ৰকাশিত গ্ৰন্থ। অসম কৃষি বিশ্ববিদ্যালয়ৰ খানাপাৰা চৌহদত সহযোগী সম্প্ৰসাৰণ শিক্ষা সঞ্চালকৰ পদৰপৰা অৱসৰ গ্ৰহণ কৰে। জন্ম নগাঁৱৰ জাজীত ( ১৯২৯- )।

# ডঃ হৰিনাথ শৰ্মা দলৈ

ডঃ হৰিনাথ শৰ্মা দলৈ এগৰাকী বিশিষ্ট লেখক। সাহিত্য-প্ৰৱেশ, অসমত শক্তিসাধনা আৰু শক্তি সাহিত্য, শংকৰদেৱৰ সাহিত্য প্ৰতিভা, ভাৰত কোষ, সাহিত্য আৰু সংস্কৃতি আদি প্ৰকাশিত গ্ৰন্থ। তেওঁ কথা-ভাগৱতৰ কেইবাটাও স্কন্ধ সম্পাদনা কৰিছে। বৰপেটা এম-চি-কলেজত মুৰব্বী অধ্যাপক হৈ অৱসৰ গ্ৰহণ কৰে। ১৯৫৪ চনত এম-এ আৰু ১৯৭১ চনত ডক্টৰেট ডিগ্ৰী লাভ কৰে। জন্ম নলবাৰী জিলাৰ বৰমুৰিকোণাত ( ১৯২৯- )।

# ড° লীলা গগৈ

অসমীয়া সাহিত্য, সংস্কৃতি আৰু বুৰঞ্জীৰ অনলস চৰ্চা কৰোঁতা ড° লীলা গগৈৰ জন্ম শিৱসাগৰৰ চেৰেকাপাৰাত ( ১৯৩০— )। বৰ্তমান তেওঁ অসম চৰকাৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ অধিকৰ্তা। ডিব্ৰুগড় বিশ্ববিদ্যালয়ত অসমীয়া বিভাগৰ প্ৰফেচৰ পদলৈ উন্নীত হৈ, তাৰপৰাই অৱসৰ লয়। অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক আৰু উপ-সভাপতিও আছিল। নৈ বৈ যায়, টাই-সংস্কৃতিৰ ৰূপৰেখা, অসমৰ সংস্কৃতি, বুৰঞ্জীয়ে পৰশা নগৰ, হেৰোৱা দিনৰ কথা, বেলিমাৰ গ'ল, কপলিং ছিগাৰেল, বিকোদৰ বৰুৱাৰ বিয়া নীলাখাবৰ চিঠি, বিশেষ কি লিখিম আদি তেওঁৰ প্ৰকাশিত গ্ৰন্থ।

# শ্ৰীভবানন্দ ডেকা

শ্ৰীভবানন্দ ডেকা এগৰাকী যশস্বী শিক্ষাবিদ আৰু লেখক। বন্ধু বংশ, পুণ্যভূমি অসম, ঐতিহ্যমণ্ডিত বেলবাৰী, ভট্টদেৱ প্ৰতিষ্ঠিত ব্যাসকুছি সত্ৰ, মহাপুৰুষ দামোদৰদেৱ, ভট্টদেৱ, ভাওৰাথেৰ বংশ আৰু বালিৰাম পাঠক, অমৃত পুত্ৰ ধ্ৰুৱ, ভাৰতৰ সংবিধান, বেংকিং, অসমৰ অৰ্থনীতি, ভাৰতৰ অৰ্থনীতি আদি প্ৰকাশিত গ্ৰন্থ। তেওঁৰ সম্পাদিত গ্ৰন্থও আছে। কামৰূপ জিলা সাহিত্য সভাৰ প্ৰাক্তন সভাপতি। ১৯৫৭ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা তেওঁ এম. এ পাছ কৰে। বৰ্তমান প্ৰাগ্‌জ্যোতিষ কলেজৰ অধ্যক্ষ। জন্ম ব্যাসকুছিত ( ১৯৩০ — )।

## শ্ৰীহৰি বৰকাকতি

শ্ৰীহৰি বৰকাকতি এজন প্ৰখ্যাত কবি। কোনোবা শীতৰ এটা বগা সন্ধিয়াত, হৰি বৰকাকতিৰ কবিতা, মন কাগজৰ নাও আদি প্ৰকাশিত গ্ৰন্থ। অধ্যাপনা কৰি, পিছত অসম প্ৰশাসনীয় সেৱাত যোগদান কৰে। পঞ্চাশৰ দশকতে আত্মপ্ৰকাশ কৰা কবি শ্ৰীহৰি বৰকাকতিৰ জন্ম ডুমডুমাত (১৯৩১— )। ১৯৪৯ চনত তেওঁ কটন কলেজৰপৰা বি-এ, ১৯৫১ গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা এম-এ পাছ কৰে।

# শ্ৰীঅৰুণ শৰ্মা

শ্ৰীঅৰুণ শৰ্মা প্ৰতিষ্ঠিত নাট্যকাৰ আৰু প্ৰবন্ধকাৰ। 'পূৰ্বাঞ্চল' নামেৰে সাপ্তাহিক বাতৰি কাকতৰ সম্পাদকো আছিল। বৰ্তমান তেওঁ ভাৰতীয় চাহ সন্থাৰ লগত জড়িত। ইয়াৰ আগতে, আকাশবাণী গুৱাহাটী কেন্দ্ৰত কাম কৰি, শ্বিলং কেন্দ্ৰৰ কেন্দ্ৰ সঞ্চালকৰূপৰা অৱসৰ লয়। পুৰুষ, নিবাৰণ ভট্টাচাৰ্য, আহাৰ, চিঞঁৰ, কুকুৰ নেচীয়া মানুহ, বুৰঞ্জী পাঠ, উভলা শিপা, বাঘজাল আদি তেওঁৰ প্ৰখ্যাত গ্ৰন্থ। জন্ম ডিব্ৰুগড়ত (১৯৩১— )।

# শ্ৰীদুৰ্গেশ্বৰ শৰ্মা

শ্ৰীদুৰ্গেশ্বৰ শৰ্মা এজন সুপ্ৰতিষ্ঠিত সাহিত্যিক। প্ৰবন্ধকাৰ, সমালোচক, জীৱনীকাৰ, আৰু কবিৰূপে সৰ্বজন সমাদৃত। অসমীয়া সাহিত্যৰ সমীক্ষা, প্ৰবন্ধ বিতান, জীৱনী সঞ্চয়ন, জীৱনীচয়ন, স্মৃতিৰেখা, জনতাৰ কবিতা, এদিন আহিব দিন, বিসন্ন স্বপ্ন, কন্যাপক্ষ, চেনিমাই, বনলতাৰ অশ্ৰু, নয়নতৰা, আইকণ, কাচনমতী, ভাবাবিদ্ধ বাণীকান্ত কাকতি, ভূদান আন্দোলনৰ পটভূমি, গান্ধীবাদৰ মূলনীতি আদি উল্লেখযোগ্য গ্ৰন্থ। তেওঁ দহখনৰ ওপৰ সম্পাদিত গ্ৰন্থ আছে। তেওঁ বৰ্তমান আৰ্যবিদ্যাপীঠ কলেজৰ মুখ্য অধ্যাপক ৰূপে কাম কৰি আছে। তেওঁ সাংবাদিক ৰূপেও জনাজাত। জন্ম নলবাৰীৰ বৰশিমলিয়া ( বুকীয়া ) গাঁৱত ( ১৯৩১— )। ১৯৫৮ চনত এম-এ পাছ কৰে। বৰ্তমান ঘৰ উত্তৰ গুৱাহাটীত। অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক, কামৰূপ সাহিত্য সভাৰ প্ৰাক্তন সভাপতি আছিল।

## শ্ৰীৰমেশচন্দ্ৰ কলিতা

শ্ৰীৰমেশচন্দ্ৰ কলিতা এজন চিন্তাশীল প্ৰবন্ধকাৰ, অনাতাঁৰ নাট্যকাৰ আৰু বুৰঞ্জীমূলক উপন্যাস ৰচক। ১৯৫২ গুৱালকুছি হাইস্কুলৰপৰা প্ৰৱেশিকা, ১৯৬০ চনত বি-বৰুৱা কলেজৰপৰা বি-এ পাছ কৰে। তেওঁ পিতৃ হৈছে থানুৰাম কলিতা। দেৱদাসীৰ প্ৰেম, জীৱন আৰু লালসা, গুৱালকুছিৰ বুৰঞ্জী, ৰজা নৰ নাৰায়ণ আদি তেওঁৰ প্ৰকাশিত গ্ৰন্থ। গুৱাহাটী পৌৰ নিগমৰ ডেপুটী কমিচনাৰৰূপে চাকৰিৰ পৰা অৱসৰ গ্ৰহণ। তেওঁ কামৰূপ সাহিত্য সভাৰ প্ৰাক্তন সভাপতি। জন্ম কামৰূপৰ গুৱালকুছিৰ ৰৰসত্ৰ সাধুটোলত ( ১৯৩১ — )।

পৌৰ বিচিত্ৰা, কামৰূপা আৰু অসম সাহিত্য সভাৰ গুৱালকুছি অধিবেশনৰ স্মৃতি গ্ৰন্থৰ সম্পাদনা বিভাগৰ লগত জড়িত।

# শ্ৰীহীৰেন ভট্টাচাৰ্য

ষাঠি আৰু সত্তৰৰ দশকত কাব্যিক প্ৰতিভাৰে বিকশিত হোৱা শ্ৰীহীৰেন ভট্টাচাৰ্য এজন সুপ্ৰতিষ্ঠিত কবি। 'মোৰ দেশ, মোৰ প্ৰেমৰ কবিতা,' ৰৌদ্ৰ কামনা, জোনাকী মন, সুগন্ধি পখিলা, প্ৰকাশিত গ্ৰন্থ। অসম সাহিত্য সভাৰ বিষ্ণুৰাভা বঁটা, ভাৰতীয় বিদ্যাভৱনৰ ৰাজাজী সাহিত্য বঁটা আৰু ছোভিয়েট দেশ নেহৰু বঁটাৰে সম্মানিত হৈছে। জন্ম ১৯৩২ চনত।

# ডঃ নন্দ তালুকদাৰ

জীৱনীকাৰ হিচাপে ডঃ নন্দ তালুকদাৰে সুপ্ৰতিষ্ঠা লাভ কৰিছিল। সূৰ্যকুমাৰ ভূঞা, বনফুলৰ চুৰুৰা কবি, হেম বৰুৱা, প্ৰতিভা আৰু ব্যক্তিত্ব, চিৰ চেনেহী মোৰ ভাষা জননী, কালিৰাম মেধি, কবি আৰু কবিতা, অসমীয়া সাহিত্য বিচিত্ৰা, সংবাদ পত্ৰৰ ব'দ কাচলিত অসমীয়া সাহিত্য আদি তেওঁৰ প্ৰকাশিত গ্ৰন্থ। তেওঁ পাণ্ডু কলেজত অধ্যাপনা কৰিছিল। তেওঁৰ জন্ম (১৯৩২-১৯৮৩)। তেওঁ মৰণোত্তৰ ভাৱে ডক্টৰেট ডিগ্ৰী লাভ কৰে।

## শ্ৰীশশী শৰ্মা

শ্ৰীশশী শৰ্মা সুপ্ৰতিষ্ঠিত সমালোচক, জীৱনীকাৰ আৰু কথা-সাহিত্যিক। মেক্সিম গৰ্কী, সাহিত্যৰথী পদ্মনাথ গোঁহাঞি বৰুৱা, লেনিন-ৰুছ বিপ্লৱ আৰু ভাৰত, সাহিত্য-সৃষ্টি, ৰসৰাজ বেজবৰুৱা, দৃষ্টিপাত, হেম বৰুৱা আদি তেওঁৰ প্ৰকাশিত গ্ৰন্থ। তেওঁৰ জন্ম নলবাৰীত ( ১৯৩২- )। বৰ্ত্তমান নলবাৰী কলেজৰ অধ্যাপক।

# শ্ৰীবীৰেশ্বৰ বৰুৱা

শ্ৰীবীৰেশ্বৰ বৰুৱা এজন প্ৰথিতযশা কবি। চিন্তাশীল প্ৰবন্ধকাৰ, ঔপন্যাসিক, গল্পকাৰ, অনুবাদক, শিশু সাহিত্য ৰচক আৰু ইতিহাস প্ৰণেতাৰূপেও জনাজাত। আই. এ. এছ বিষয়া। বৰ্ত্তমান অসম চৰকাৰৰ ক্ৰীড়া আৰু যুব কল্যাণ বিভাগৰ সচিব। 'নিৰ্বাচিত কবিতা' গ্ৰন্থৰ বাবে অসম সাহিত্য সভা বঁটা আৰু ভাৰতীয় ভাষা পৰিষদৰ সৰ্বভাৰতীয় বাজালোনী বঁটা ( ১৯৮৯ ) লাভ। নিৰ্জন নাবিক, অচিন আৰাও, ডাউকী, প্ৰথম ৰাগিনী, নীলিমাৰ মন, বন-হৰিণী, প্ৰাচীৰ, প্ৰতিচ্ছবি, অনেক পুতলাৰ নাচ, মন জেতুকাৰ পাত, ৰামধেনু যুগ আৰু পৰৱৰ্ত্তী কাল, সাহিত্যিকৰ অন্তৰ্জগৎ, 'জীৱন, মৃত্যু আৰু কবিতা', কণী আৰু ঘোঁৰা, সুন্দৰীত শ্ৰীশ্ৰীমাধৱদেৱ মাধৱমঙ্গল অভিৰাম বৰুৱা আৰু অন্যান্য, সুন্দৰী আৰু আইগোসানী আদি প্ৰকাশিত গ্ৰন্থ। জন্ম বৰপেটাৰ সুন্দৰীদিয়াত ( ১৯৩৩— )।

# ড° লক্ষহীৰা দাস

ড° লক্ষহীৰা দাস এগৰাকী সুলেখিকা, গীতিকাৰ কণ্ঠশিল্পী। সুৰসেতু, গীতাৰ্ঘ্য, তাপসী, প্ৰাণগংগা, শিশুমনৰ পথেদি, ময়ুৰপংখী, ভাস্কৰ লগ্ন, অৱগাহনৰ মুহূৰ্ত্ত, অপৰিচিতাৰ প্ৰেম, অন্তৰ্গত নদী, কাজিৰঙাত সাতবিহু, কবিতাৰ ৰূপৰেখা, শিল্পীৰ পৃথিৱী, লক্ষহীৰাৰ গীত, শিক্ষা মনোবিজ্ঞান আদি তেওঁৰ প্ৰকাশিত গ্ৰন্থ। অসম সাহিত্য সভাৰ ৪৬ তম অধিবেশন কবি সন্মিলনীৰ সভানেত্ৰী। গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ (১৯৪৮) স্বীকৃত শিল্পী। কেইবাখনো ৰেকৰ্ড ওলাইছে আৰু গ্ৰামোফোন কোম্পানীয়ে ২৩ গীত বাণীবদ্ধ কৰিছে। বৰ্তমান গুৱাহাটী বিশ্ববিদ্যালয়ৰ শিক্ষা বিভাগৰ মুৰব্বী অধ্যাপিকা। ১৯৫৩ চনত এম-এ আৰু ১৯৭৩ পি. এইচ. ডি. ডিগ্ৰী লাভ। জন্ম গুৱালকুছিত (১৯৩৩— )।

## ড° ভগৱান মৰল

ড° ভগৱান মৰল এজন ভাষা-বিজ্ঞানৰ চিন্তাশীল লেখক। ভাষার্থ বিজ্ঞান, অসম চিন্তা, সুৱালকুছি, প্রেমাঞ্জলি, সুৱালকুছিৰ শাসন, জয় আই অসম, কক্ষচ্যুত, ৰত্নগৰ্ভা কামৰূপ, পাৰিজাত, মূৰ্খ নায়ক আদি প্ৰকাশিত গ্ৰন্থ। সাম্প্রতিক অসমীয়া সাহিত্যৰ ন-ৰূপ ন-ৰেখা, উপেন লেখাৰু আদি সম্পাদিত গ্ৰন্থ। বৰ্তমান প্ৰাগ্‌জ্যোতিষ কলেজৰ অসমীয়া বিভাগৰ মুখ্য অধ্যাপক। কামৰূপ জিলা সাহিত্য সভাৰ প্ৰাক্তন সভাপতি। জন্ম শুৱালকুছিত (১৯৩৩— )। ১৯৫৮ চনত এম-এ আৰু ১৯৮৬ চনত পি. এইচ. ডি. ডিগ্ৰী লাভ কৰে।

## শ্ৰীউত্তম বৰুৱা

শ্ৰীউত্তম বৰুৱা এজন প্ৰতিষ্ঠিত নাট্যকাৰ। বৰ মানুহৰ দোলা, জেৰেঙাৰ সতী, বৰ ৰজা ফুলেশ্বৰী, হেংদান, ৰূপকোঁৱৰৰ জীৱন জিজ্ঞাসা, নতুন দৃষ্টিপাত, সংস্কৃতিৰ পোহৰ মেলি আদি প্ৰকাশিত গ্ৰন্থ। বৰ্তমান তেওঁ গুৱাহাটী পৌৰ নিগমৰ বিষয়া। জন্ম ১৯৩৩ চনত।

# ড° মুকুন্দ মাধৱ শৰ্মা

ড° মুকুন্দমাধৱ শৰ্মা এগৰাকী সংস্কৃত আৰু অলংকাৰ শাস্ত্ৰৰ বিদগ্ধ পণ্ডিত। অসমীয়া, ইংৰাজী, সংস্কৃত, ইন্দোনেচিয়া আৰু বাংলা ভাষাত ৰচিত তেওঁৰ গ্ৰন্থৰ সংখ্যা উনত্ৰিশ খন। উপমা কালিদাসস্য, ব্যঞ্জনা প্ৰপঞ্চ সমীক্ষা, ৰাজতৰঙ্গিনীৰ গল্প, ধ্বনি আৰু ৰসতত্ত্ব, THE DHVANI THEORY IN SANSKRIT POETICS, ASSAMESE FOR ALL, ASSAMESE LESSONS আদি উল্লেখযোগ্য গ্ৰন্থ। বৰ্তমান গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ অধ্যাপক। ইতিপূৰ্বে চবিবশ বছৰ সংস্কৃত বিভাগৰ অধ্যক্ষ। দুই বছৰ ইন্দোনেচীয়াত আলহী অধ্যাপক। গুৱাহাটি বিশ্ববিদ্যালয়ৰ কলাগুৰু। ইতিপূৰ্বে সাময়িকভাৱে গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভাৰপ্ৰাপ্ত উপাচাৰ্য। ১৯৫৪ চনত সংস্কৃতত এম-এ, ১৯৬৩ পি-এইচ-ডি, ১৯৭০ ডি. লিট আৰু ১৯৫৪ কাব্যতীৰ্থ উপাধিৰে সম্মানিত। জন্ম ডিব্ৰুগড়ত ( ১৯৩৪ — )।

# শ্ৰীপ্ৰবীণা শইকীয়া

শ্ৰীপ্ৰবীণা শইকীয়া এগৰাকী প্ৰখ্যাত লেখিকা। তেওঁ ইতিমধ্যে উপন্যাস, চুটিগল্প আৰু অনুবাদ সাহিত্যলৈ এক লেখত লবলগীয়া বৰঙণি আগবঢ়াইছে। উত্তৰায়ণ, সিংহদুৱাৰ, বগাঘোঁৰা, প্ৰিয়তম, চিত্ৰতুৰগ, অবিনশী স্বপ্ন আদি প্ৰকাশিত গ্ৰন্থ। অজান দেশত এলিছ, কলামণি, দাপোনৰ দেশত এলিছ, চিকবীৰ ৰাজেন্দ্ৰ, অমূল্য বস্তুৰ দ্বীপ আদি অনুবাদ গ্ৰন্থ। (১৯৬৭) গুৱাহাটী বিশ্ববিদ্যালয়ৰ এম-এ। বৰ্ত্তমান বি-বৰুৱা কলেজৰ অধ্যাপিকা। জন্ম তিনিচুকীয়া নগৰত (১৯৩৪— )। স্বামী প্ৰখ্যাত সাহিত্যিক-সাংবাদিক শ্ৰীচন্দ্ৰ প্ৰসাদ শইকীয়া।

# শ্ৰীভৃগুমুনি কাগ্যুং

শ্ৰীভৃগুমুনি কাগ্যুং এজন প্ৰখ্যাত কবি আৰু মিচিং ভাষা-সাহিত্যৰো লেখক। 'অনাহুত' কাব্যগ্ৰন্থৰ বাবে ৰাষ্ট্ৰীয় পুৰস্কাৰ লাভ। বৰ্তমান অসম চৰকাৰৰ প্ৰাপ্তবয়স্ক শিক্ষা আঁচনিৰ প্ৰকাশন সহায়ক। জন্ম শিৱসাগৰৰ ওচৰৰ দিখৌমুখৰ আলিমুৰমিৰি গাঁৱত ( ১৯৩৪— )। কবিতা কুসুম, মিচিং কৃষ্টিৰ চমু আভাস, মিচিং সংস্কৃতিৰ আলেখ্য, আঞ্চলিক ভাষা বনাম ত্ৰিভাষা সূত্ৰ, মিচিং লুজন্, মন বননিৰ জুই, অসমৰ জনজাতি গীতি সংকলন আদি প্ৰকাশিত গ্ৰন্থ।

## শ্ৰীনবাৰুণ বৰ্মা

শ্ৰীনবাৰুণ বৰ্মাই ভালেমান অসমীয়া গ্ৰন্থ আৰু অন্যান্য ৰচনা হিন্দী ভাষালৈ অনুবাদ কৰি, জাতিৰ বাবে তেওঁ সন্মানৰ পাত্ৰ হৈছে। শংকৰদেৱৰ কীৰ্তন ঘোষা, মাধৱ কন্দলী ৰামায়ণ, ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ মুনি চুনিৰ পোহৰ, নৱ বৰুৱাৰ ককাদেউতাৰ হাড়, যোগেশ দাসৰ ডাৱৰ আৰু নাই আদি গ্ৰন্থ হিন্দীলৈ অনুবাদ কৰিছে।

তেওঁৰ জন্ম ১৯৩৪ খৃষ্টাব্দত। তেওঁ ইণ্টাৰমিডিয়েটলৈ পঢ়িছে। বৰ্ত্তমান তেওঁ অসম ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিৰ এজন কৰ্মচাৰী।

## শ্ৰীবসন্তকুমাৰ শইকীয়া

আধুনিক কলা-কৌশলেৰে অসমীয়া নাটকক সমৃদ্ধিশালী কৰা বৰ্তমান জনপ্ৰিয় নাট্যকাৰ জনে হ'ল শ্ৰীবসন্তকুমাৰ শইকীয়া। 'মানুহ' নাটকৰ বাবে ১৯৮০ অসম সাহিত্য সভাৰ শ্ৰেষ্ঠ নাট্যকাৰ বঁটা আৰু নৰ্তকীৰ বাবে ১৯৮৯ আকাশবাণীৰ সৰ্বভাৰতীয় নাট প্ৰতিযোগিতাত শ্ৰেষ্ঠ পুৰস্কাৰ লাভ কৰিছে। মৃগতৃষ্ণা, অসুৰ, এজন নায়কৰ মৃত্যু, দৃষ্টিপাত, চক্ৰবেহু, মকৰাজাল আদি নাট্য জগতৰ বহু আলোচিত আৰু সমাদৃত নাট। সু-অভিনেতা বুলিও তেওঁৰ খ্যাতি আছে। বৰ্তমান তেওঁ 'পয়োভৰা' আলোচনীৰ সম্পাদক। ইয়াৰ আগতে, প্ৰকাশন বিভাগ, ডি. এ. ভি. পি, আকাশবাণী পি. আই. বি আদি ভাৰত চৰকাৰৰ বিভিন্ন পদমৰ্যাদাত আছিল। শ্ৰীশইকীয়াৰ জন্ম নগাঁৱৰ খিঙত (১৯৩৫— )।

# ড° হেমন্তকুমাৰ শৰ্মা

ড° হেমন্তকুমাৰ শৰ্মা এজন কৃতি প্ৰবন্ধকাৰ, সমালোচক আৰু গ্ৰন্থ সম্পাদক বুলি জনাজাত। তেওঁ গল্প ৰচনাতো দক্ষতা দেখুৱাইছে। অসমীয়া সাহিত্যৰ দৃষ্টিপাত, অসমীয়া সাহিত্যৰ বেঙণি, কাবেৰীৰ পাৰে পাৰে, সাহিত্য সমীক্ষা, অসম গৌৰৱ, কিংবদন্তীৰ সাধু, স্মৃতিৰ পলাশ, অসমীয়া লোকগীতি সঞ্চয়ন, কামৰূপী লোকগীতি সঞ্চয়ন, সাহিত্য বিচিত্ৰা আদি প্ৰকাশিত গ্ৰন্থ। বীৰেন্দ্ৰ ভট্টাচাৰ্যৰ সাহিত্যকৃতি, নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ গল্প আদি তেওঁৰ সম্পাদিত গল্প। তেওঁ অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক আৰু পত্ৰিকা সম্পাদক আছিল। তেওঁৰ দিনতে পত্ৰিকাখন মাহেকীয়াকৈ প্ৰকাশিত হৈছিল। ১৯৫৭ চনত প্ৰথম স্থান লৈ এম-এ আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা 'ডক্টৰেট' (১৯৭৪) উপাধি লাভ কৰে। তেওঁ কটন কলেজত অধ্যাপনা কৰিছিল। তেওঁৰ জন্ম নলবাৰী জিলাৰ পিপলিবাৰীত (১৯৩১—১৯৯২)। পিতৃ স্বনামধন্য নাট্যকাৰ স্বৰ্গীয় ধনেশ্বৰ শৰ্মা।

# শ্ৰীচিত্ৰ মহন্ত

শ্ৰীচিত্ৰ মহন্ত এজন প্ৰতিষ্ঠিত লেখক। সিংহপুৰুষ সীতানাথ ব্ৰহ্মচৌধুৰী, লোকপ্ৰিয় গোপীনাথ বৰদলৈ, চিত্ৰলেখা, ময়লা আচল, প্ৰাগ্‌জ্যোতি, নিৰুপমা আদি তেওঁৰ প্ৰকাশিত গ্ৰন্থ। তেওঁ কেইবাখনো অসমীয়া প্ৰখ্যাত গ্ৰন্থ হিন্দীলৈ আৰু মূল্যবান হিন্দী গ্ৰন্থ অসমীয়ালৈ ৰূপান্তৰ কৰিছে। তেওঁ ৰাষ্ট্ৰসেৱক আৰু সমন্বয় আলোচনীৰ সম্পাদক। বৰ্তমান অসম ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিৰ সাহিত্য-সচিব। কামৰূপ জিলা সাহিত্য সভাৰ প্ৰাক্তন সভাপতি। হিন্দীৰ এম-এ আৰু সাহিত্য-ৰত্ন। জন্ম কামৰূপৰ বৰদধি সত্ৰত।

# শ্ৰীঅৱনীন্দ্ৰ বৰা

অৱনীন্দ্ৰ বৰা সুপ্ৰতিষ্ঠিত সাহিত্যিক, কবি, সমালোচক, সাংবাদিক আৰু জ্যোতিৰ্বিদ।

পিতৃ আৱাহন যুগৰ প্ৰখ্যাত গল্পকাৰ আৰু মুক্তিযোদ্ধা মহীচন্দ্ৰ বৰা। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিষয়ৰ এম-এ ( ১৯৫৮ )। অসম চৰকাৰৰ শিক্ষা বিভাগৰ 'জনশিক্ষা' আলোচনীৰ সম্পাদকৰূপে কাৰ্যনিৰ্বাহ কৰি চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰে ( ১৯৯১ )। প্ৰকাশিত গ্ৰন্থ—ধূলি, কৃষক কমল, অনুৰাধা তোমাৰ কাৰণে, হস্তৰেখাত প্ৰণয় আৰু বিবাহ, শনি গ্ৰহ আৰু আপোনাৰ ভাগ্য। অসমীয়া সাহিত্যত জ্যোতিষ হস্তৰেখা বিজ্ঞানৰ বৈজ্ঞানিক আলোচনাৰ পথিকৃত। 'কালপুৰুষ' জ্যোতিষ আলোচনীৰ মুখ্য সম্পাদক। ৰাষ্ট্ৰীয় পৰ্যায়ত জ্যোতিষ-ৰত্ন, জ্যোতিষ ভাস্কৰ, আৰু আন্তৰ্ৰাষ্ট্ৰীয় পৰ্যায়ৰ 'জ্যোতিষ মহামহোপাধ্যায়' উপাধিৰে সন্মানিত। শ্ৰীবৰাই সদৌ অসম কবি সন্মিলনৰ উপসভাপতি ৰূপেও কাৰ্য নিৰ্বাহ কৰি আছে। জন্ম ১৯৩০ চনত।

## শ্ৰীঅতুলানন্দ গোস্বামী

শ্ৰীঅতুলানন্দ গোস্বামী এজন সুপ্ৰতিষ্ঠিত গল্পকাৰ, ঔপন্যাসিক আৰু অনুবাদক। হাৰদৈ পুলৰ জোন, পল্ল, ৰাজপাট, পলাতক, নামঘৰীয়া আদি প্ৰকাশিত গ্ৰন্থ। শুভৰাই মিঃ চিপচ্, শ্বেতপদ্মা, বনহংসী, একৈশটা বঙলা গল্প আদি অনূদিত গ্ৰন্থ। হীৰক জ্যোতি— সম্পাদনা। বৰ্তমান অসম চৰকাৰৰ কৰ বিভাগৰ বিষয়া। কামৰূপ অনুসন্ধান সমিতিৰ সহকাৰী সম্পাদক, অথবচ গীল্ড অব ইণ্ডিয়া, সাহিত্য অকাডেমিৰ ( G. C. ) সদস্য। জন্ম যোৰহাটৰ ককিলা আধাৰ সত্ৰত ( ১৯৩৫— )। পিতৃ স্বৰ্গীয় নৰেন্দ্ৰনাথ গোস্বামী। তেওঁ বিজ্ঞানৰ স্নাতক। বৰ্তমান গুৱাহাটী জু-নাৰেঙ্গী পথ বাসিন্দা।

# ড° বীৰেন্দ্ৰনাথ দত্ত

ড° বীৰেন্দ্ৰনাথ দত্তৰ ১৯৩৫ খৃষ্টাব্দত নগাঁৱত জন্ম। ১৯৫৬ গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা এম-এ আৰু ১৯৭৫ পি. এইচ. ডি. ডিগ্ৰী লাভ কৰে। তিনিখন কলেজৰ অধ্যক্ষ হিচাপে কাম কৰি, ১৯৭৯ ৰ পৰা গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোক সংস্কৃতি গৱেষণা বিভাগৰ মুৰব্বী অধ্যাপক আৰু ১৯৮৬ ৰ পৰা প্ৰফেচৰ নিযুক্ত হয়। গোৱালপৰীয়া লোকগীত সংগ্ৰহ, অসমীয়া সংগীতৰ ঐতিহ্য, ব্যক্তি সংস্কৃতি ইত্যাদি, ভাষা সাহিত্যৰ জলঙাইদি আদি কৰি অসমীয়া আৰু ইংৰাজী ভাষাত চৈধ্যখনৰ ওপৰ গ্ৰন্থ ৰচনা কৰিছে। গায়ক হিচাপেও তেওঁৰ স্বকীয়া আসন আছে। অ'ধুন ধুনীয়া, ৰণজী এ ৰণা কোট দি যা, আকাশ আমাক অকণি আকাশ দিয়া, বহাগৰ ছুপৰীয়া, জিলিৰ মাতে—তেওঁৰ স্মৰণীয় সংগীত।

# আলিমুননিছা পিয়াৰ

আলিমুননিছা পিয়াৰে গল্প, কবিতা, উপন্যাস, গীতৰচনা আদি সাহিত্যৰ প্ৰায় দিশতে সুপ্ৰতিষ্ঠা লভিছে। জীৱনৰ সাগৰত উপকূল নাই, মাজ নিশাৰ ভৰাই উচুপে, সুৰ নিজৰা, চেতনা, শিশুৰ হজৰত মহম্মদ, পোহৰৰ পথ, লখিমীৰ সংসাৰ; ঘৰুৱা বিজ্ঞান আৰু স্বাস্থ্যনীতি সহায়িকা আদি তেওঁৰ প্ৰকাশিত গ্ৰন্থ। বৰ্তমান কামাখ্যাৰাম বৰুৱা ছোৱালী কলেজত অধ্যাপিকাৰূপে কাম কৰিছে। 'ৰামধেনু'ৰ সহকাৰী সম্পাদিকা আৰু 'নতুন অসমীয়া'ৰ 'মৌকোঁহ' পৰিচালনা কৰিছিল। আকাশবাণী গুৱাহাটী কেন্দ্ৰতো কাৰ্য নিৰ্বাহ কৰিছিল। জন্ম গুৱাহাটীত (১৯৩৫—) ১৯৬৪ চনত এম-এ পাছ কৰে। তেওঁৰ স্বামী হৈছে ঔপন্যাসিক মহম্মদ পিয়াৰ।

# শ্ৰীসুশীল শৰ্মা

শ্ৰীসুশীল শৰ্মা এজন প্ৰতিষ্ঠিত কবি। অসমীয়া, মৰিচিকা, অসমীয়া ইতিহাস : সংঘাত আৰু সংশয় আদি প্ৰকাশিত গ্ৰন্থ। অসম সাহিত্য সভাৰ কবি সন্মিলনীৰ ( ১৯৯১ ) সভাপতি আছিল। বৰ্ত্তমান প্ৰাগজ্যোতিষ কলেজৰ অধ্যাপক। জন্ম গুৱালকুছিত ( ১৯৩৫ — )

## শ্ৰীবিশ্বেশ্বৰ হাজৰিকা

অসমীয়া ভাষাৰ উৎপত্তি আৰু ক্ৰমবিকাশ সম্বন্ধে ইংৰাজী আৰু অসমীয়া ভাষাত গ্ৰন্থ ৰচনা কৰি শ্ৰীবিশ্বেশ্বৰ হাজৰিকাই সুপ্ৰতিষ্ঠা লাভ কৰিছে। Assamese Language: Origin and Development, অসমীয়া ভাষাৰ উৎপত্তি আৰু ক্ৰমবিকাশ আদি তেওঁৰ প্ৰকাশিত গ্ৰন্থ। তেওঁ বৰ্ত্তমান গুৱাহাটীৰ বি. বৰুৱা কলেজত অধ্যাপনা কৰি আছে। জন্ম গোলাঘাটৰ ৰবপথাৰত ( ১৯৩৫— )।

# শ্ৰীবহ্ণ ওজা

শ্ৰীবহ্ণ ওজা সাহিত্যিক, সাংবাদিক, বোলছবি আৰু মঞ্চনাট পৰিচালকৰূপে জনাজাত। তেওঁ ভালেমান শিল্পীৰ পৰিচয় দাঙি ধৰিও সুখ্যাতি লভিছে। নদীৰ নাম নৰ্মদা, বহ্ণ ওজাৰ এখুপি উপন্যাস, পৰশ, এয়ে জানো শেষ গান, মিত্ৰভেদ আদি তেওঁৰ প্ৰকাশিত গ্ৰন্থ। 'শান্তিদূত'ৰ উপ-সম্পাদক, 'সাদিনীয়া বাতৰি'ৰ সহযোগী সম্পাদক, বৰ্তমান্ বং আহে পাখি মেলিৰ সম্পাদক। প্ৰতিধ্বনি, লটিঘটি, চিক মিক বিজুলী আদি কথাছবিৰ তেওঁ সহকাৰী পৰিচালক। জন্ম বৰপেটা চহৰত ( ১৯৩৫ — )। হনুমানৰ সাগৰ বন্ধা চাওঁ, থুপুৰি হৌ বে থুপুৰী হৌ আদি টেলিনাটৰ পৰিচালক।

# শ্ৰীহেমৰথ বৰ্মণ

শ্ৰীহেমৰথ বৰ্মণে সাহিত্যৰথী নৱগ্ৰহ পঞ্জিকা, অসমীয়া ব্যৱহাৰিক পঞ্জিকা, ভাস্কৰাব্দ নৃপশক, লাকুনি-আহোম অব্দ, অসমীয়া সংস্কৃতিৰ সমল, বীৰাঙ্গনা কনকলতা আদি ভালেমান পুথি ৰচনা কৰি বিশেষ কৃতিত্বৰ অধিকাৰী হ'ব পাৰিছে। ডাকৰ বচন, শ্ৰীশ্ৰীশংকৰদেৱৰ অষ্টোত্তৰ শতনাম তেওঁৰ অন্যান্য গ্ৰন্থ।

তেওঁ বৰ্ত্তমান বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ সংৰক্ষণ বিষয়া।

তেওঁৰ জন্ম ১৯৩৬ খৃষ্টাব্দত, নলবাৰী জিলাৰ উপৰ বৰভাগ মৌজাৰ কালাগ গাৱঁত।

# ড° নবীনচন্দ্ৰ শৰ্মা

ড° নবীনচন্দ্ৰ শৰ্মা এজন সুপ্ৰতিষ্ঠিত সাহিত্যিক, লোক-সংস্কৃতিৰ একনিষ্ঠ সাধক। মননশীল, বিশ্লেষণশীল আৰু তত্বপূৰ্ণ আলোচনা সমৃদ্ধ তেওঁৰ গ্ৰন্থৰাজিৰ ভিতৰত—অসমীয়া সাহিত্যৰ আলোকৰেখা, অসমীয়া ভাষা আৰু সাহিত্যৰ ৰূপৰেখা, অসমীয়া লোক-সংস্কৃতিৰ আভাস, পশ্চিমৰ পৰা পূবলৈ, পুৰণি অসমীয়া সাহিত্যৰ সুবাস আদি উল্লেখযোগ্য। পুৰণি অসমীয়া সাহিত্য, লোক সাহিত্যৰ পাঠ সমীক্ষা আদি সংকলন-সম্পাদনা কৰিছে।

১৯৫৭ চনত প্ৰবেশিকা, ১৯৬৩ চনত বি-এ আৰু ১৯৬৫ চনত এম-এ পাছ কৰে। ১৯৭৭ চনত ডক্টৰেট উপাধি লাভ কৰে। তেওঁ গুৱাহাটীৰ প্ৰাগ্‌জ্যোতিষ কলেজত অধ্যাপনা কৰে। তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোক-সংস্কৃতি গৱেষণা বিভাগৰ বৰ্তমান লেকচাৰৰ। জন্ম মংগলদৈৰ হাজৰিকা পাৰাত ( ১৯৩৮— )।

# শ্ৰীমধু বড়ো

শ্ৰীমধু বড়ো এজন বড়ো সাহিত্যৰ বিশিষ্ট লেখক। তেওঁ বড়ো-ভাষাৰ ওপৰত বাইশখন আৰু চাৰিখন ইংৰাজী গ্ৰন্থ প্ৰকাশ কৰিছে। তেওঁ অসমীয়া সাহিত্য-সংস্কৃতিৰো সাধক। ১৯৫৫ চনত তেওঁ প্ৰৱেশিকা, ১৯৫৯ চনত বি-বৰুৱা কলেজৰ পৰা বি-এ আৰু ১৯৬৫ ডেকান কলেজৰ পৰা এম-এ পাছ কৰে। বৰ্তমান গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক। জন্ম হাজোৰ ওচৰৰ কলিতাকুছি গাৱঁত ( ১৯৩৮— )।

# ড° নগেন শইকীয়া

ড° নগেন শইকীয়া এজন সুপ্ৰতিষ্ঠিত গল্পকাৰ, ঔপন্যাসিক আৰু প্ৰবন্ধকাৰ। কুবেৰ হাতীবৰুৱা, ছবি আৰু ফ্ৰেম, বন্ধ কোঠাৰ ধুমুহা, অস্তিত্বৰ শিকলি, মাটিৰ চাকিৰ জুই, অপাৰ্থিব পাৰ্থিব, চিন্তা-চৰ্চা, অগ্নিগৰ্ভা অসম আদি প্ৰকাশিত গ্ৰন্থ। আসাম বন্ধু, চন্দ্ৰধৰ বৰুৱা গ্ৰন্থাৱলী, যাত্ৰিকৰ যাত্ৰা, আধুনিক অসমীয়া সাহিত্য আদি ৩৫ খন গ্ৰন্থ সম্পাদনা। ডিব্ৰুগড় বিশ্ববিদ্যালয়ত অধ্যাপনা, পিছত ৰাজ্যসভাৰ সদস্য। অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক। সাহিত্য অকাডেমিৰ উপদেষ্টা সমিতি, জ্ঞানপীঠ উপদেষ্টা সমিতি, ভাৰতীয় লেখক সংঘ আদিৰ সদস্য। জন্ম ১৯৩৯ চনত।

# ডঃ অৰুণ ভূঞা

ড° অৰুণ ভূঞা একজন শিক্ষাবিদ আৰু সাহিত্যিক। The Quit India Movement, Political History of Assam, অমিয় কুমাৰ দাস আদি প্ৰকাশিত গ্ৰন্থ। অসম শিক্ষা সেৱা বিভাগৰ প্ৰথম শ্ৰেণীৰ বিষয়া। বৰ্ত্তমান মহাবিত্থালয়সমূহৰ পৰিদৰ্শক। জন্ম যোৰহাটত ( ১৯৩৯— )। পিতৃ প্ৰখ্যাত সাহিত্যিক ৺নকুলচন্দ্ৰ ভূঞা।

# ড° গোবিন্দ প্ৰসাদ শৰ্মা

ড° গোবিন্দ প্ৰসাদ শৰ্মা এজন সুপ্ৰতিষ্ঠিত সমালোচক, প্ৰবন্ধকাৰ, গল্পৰচক। জীৱনী আৰু অসমীয়া জীৱনী, বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য : ঔপন্যাসিক, কাচৰ দৰে হীৰাৰ দৰে, দূষিত সুবাস আদি তেওঁৰ উল্লেখযোগ্য গ্ৰন্থ। বৰ্তমান গুৱাহাটী বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগৰ প্ৰফেচাৰ। ১৯৬৫ চনত এম.-এ. আৰু ১৯৭৪ চনত পি. এইচ. ডি. ডিগ্ৰী লাভ কৰে। জন্ম নলবাৰীৰ হেৰামজাৰ গাঁৱত ( ১৯৪০— )।

# শ্ৰীদিনেশ গোস্বামী

শ্ৰীদিনেশ গোস্বামী সুপ্ৰতিষ্ঠিত কবি, সমালোচক আৰু সাংবাদিক। তেওঁ পঞ্চাশৰ দশকত জনপ্ৰিয় সাহিত্যালোচনী ৰামধেনুৰ পাতত আত্মপ্ৰকাশ কৰে। বৰ্তমানলৈ চাৰিখন মৌলিক কবিতাৰ সংকলন প্ৰকাশ পাইছে। আলোড়িত অন্ধকাৰ, মৃত্যুৰ বাহিৰত, অভিমান-সময় আৰু স্তব্ধতাৰ কণ্ঠস্বৰ আদি প্ৰকাশিত কাব্যগ্ৰন্থ। 'চীনা কবিতা' অনুবাদমূলক গ্ৰন্থ। অসম সাহিত্য সভাৰ হাইলাকান্দি অধিৱেশনৰ কবি সন্মিলনীৰ তেওঁ সভাপতি আছিল। বৰ্তমান 'দি নৰ্থ ইষ্ট' কাকতৰ উপ-সম্পাদক। জন্ম নলবাৰীত (১৯৪০—)। তেওঁ নলবাৰী গৰ্ডন হাইস্কুলৰ পৰা প্ৰৱেশিকা উত্তীৰ্ণ হৈ, কটন কলেজৰ পৰা বি-এ ডিগ্ৰী লাভ কৰে। তেওঁ এজন সমালোচকো। ছদ্মনামেৰেও কেইবাখনো গ্ৰন্থ প্ৰকাশ কৰিছে।

## শ্ৰীবিজু হাজৰিকা

শ্ৰীবিজু হাজৰিকা এজন প্ৰতিষ্ঠিত গল্পকাৰ আৰু ঔপন্যাসিক। লাজ, ডাওৰ মামী, সুন্দৰলতা, ৰূপ সচেতনা, কম কম বুলি, মোৰ বাবে তুমি, সন্থালনি, মিষ্টাৰ এম-এল-এ, নিবন্তুৱাৰ বিয়া আদি কৰি তেইশখন গ্ৰন্থ তেওঁৰ প্ৰকাশিত হৈছে। দহখন গল্পসংকলন। বৰ্তমান ৰিজাৰ্ভ বেংকৰ বিষয়া। কামৰূপ সাহিত্য সভাৰ প্ৰাক্তন সভাপতি। জন্ম নলবাৰীৰ হাজাৰাথাৰাত (১৯৪০—)। ১৯৬৫ চনত তেওঁ এম. এ. পাছ কৰে।

# শ্ৰীখগেন্দ্ৰনাৰায়ণ দত্তবৰুৱা

শ্ৰীখগেন্দ্ৰনাৰায়ণ দত্তবৰুৱা এজন বিশিষ্ট গ্ৰন্থ প্ৰকাশক আৰু জনপ্ৰিয় গ্ৰন্থ অনুবাদক। অভিশপ্ত চম্বল, বিগলিত করুণা জাহ্নবী যমুনা, মৰুপান্তৰ, সন্ধ্যা বন্তিৰ শিখা, কাগজৰ নাও, দৃষ্টি দৃষ্টি, হিজ হাইনেচ, কোমল গান্ধাৰ, বিলকিচ বেগম, এই সীমাৰ সিপাৰে, আৰব্য উপন্যাস আদি এক বৃহৎ পৰিমাণৰ অনুবাদ গ্ৰন্থ অসমীয়া ভাষালৈ অৰিহণা দিছে। জন্ম নলবাৰী চহৰত (১৯৪০—)। তেওঁৰ পিতৃ স্বনামধন্য বিচিত্ৰনাৰায়ণ দত্তবৰুৱা।

# শ্ৰীগগনচন্দ্ৰ অধিকাৰী

শ্ৰীগগনচন্দ্ৰ অধিকাৰীয়ে শিশু সাহিত্যিকৰূপে প্ৰতিষ্ঠা লভিছে। 'টকাত একোটা হাতী,' 'ব'দালি এ, ব'দ এক ন দে,' 'কক্ ককৰে কক্, কে-কে হুৱা,' 'আথৰৰ গীত' আদি পাঠকৰ সমাদৃত গ্ৰন্থ। বীৰেন বৰকটকীৰ ব্যক্তিত্ব প্ৰতিভা' তেওঁৰ সম্পাদনা মূলক গ্ৰন্থ। বৰ্ত্তমান অসম চৰকাৰৰ নিয়োগ বিভাগৰ সহকাৰী সঞ্চালক। অসম সাহিত্য সভাৰ প্ৰাক্তন সহকাৰী সম্পাদক। তেওঁৰ বাতৰি কাকতৰ অকণিৰ মেল পৰিচালনা কৰা অভিজ্ঞতা আছে। অসম সাহিত্য সভাৰ 'প্ৰেমধৰ দত্ত বঁটা' লাভ কৰিছে। অভিনেতা ৰূপেও পৰিচিতি আছে। জন্ম হয়গাওঁৰ কাৱৈমাৰী সত্ৰত ( ১৯৪১— )

# শ্ৰীকৃষ্ণৰায় মেধি

শ্ৰীকৃষ্ণৰায় মেধি এগৰাকী বিশিষ্ট নাট্যকাৰ, গল্পকাৰ আৰু চিন্তাশীল প্ৰবন্ধকাৰৰূপে জনাজাত। শ্বহীদ শম্ভূধন, মাটিৰ ৰথ, অৰুন্ধতী যুগে যুগে, ফুৰকিমোৱাচিন আদি প্ৰকাশিত গ্ৰন্থ। অনন্ত প্ৰবাহ, সীতাৰ পাতল প্ৰৱেশ, মাতৃপূজা আদি অপ্ৰকাশিত নাটক। তেওঁ 'নতুন দিন' নামক এখন সাপ্তাহিক কাকতো প্ৰকাশ কৰিছে। ১৯৬৩ গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা প্ৰথম বিভাগত বি. ই. পৰীক্ষাত উত্তীৰ্ণ হয় আৰু তেওঁ এম. আই. ই. (ভাৰতীয়)। বৰ্তমান গুৱাহাটী ডিভিজনৰ গড়কাপ্তানি বিভাগৰ কাৰ্যবাহী অভিযন্তা। জন্ম নলবাৰী জিলাৰ বৰকুৰিহাত (১৯৪২— )।

# ফুল বৰা

ফুল বৰা প্ৰতিষ্ঠিত গল্পকাৰ আৰু ঔপন্যাসিকা। তেল নগৰী ডিগবৈত জন্ম। পিতৃ প্ৰবীণ শিক্ষাবিদ, সাহিত্যিক প্ৰিয়দাস তালুকদাৰ। স্বামী সাহিত্যিক, জ্যোতিবিদ অৰনীন্দ্ৰ বৰা।

শ্ৰীমতী বৰা অসমৰ বিভিন্ন আলোচনী আৰু কাকতৰ নিয়মীয়া লেখিকা। বৰ্তমানলৈ প্ৰকাশিত গল্পৰ সংখ্যা দুশৰো অধিক। প্ৰকাশিত গল্পৰ সংকলন তিনিখন - সৰা শেৱালীৰ সুৰভি, প্ৰেম যুগে, প্ৰজাপতি মৰ্ম। প্ৰকাশিত উপন্যাস তিনিখন—নৱজন্ম, ৰাক্ষসগণ, চন্দন সুবাস। ভ্ৰমণ কাহিনী উদিত সূৰ্যৰ দেশ আন্দামান। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিষয়ৰ এম-এ। বৰ্তমান গুৱাহাটী অনাতাঁৰ কেন্দ্ৰত মহিলা আৰু শিশু বিভাগত পৰিচালিকাৰূপে কৰ্মৰত। জন্ম ১৯ ৮ চনত।

## শ্ৰীকনকচন্দ্ৰ ডেকা

শ্ৰীকনক চন্দ্ৰ ডেকা এজন নিষ্ঠাবান জীৱনীকাৰ আৰু চিন্তাশীল প্ৰবন্ধকাৰ। অসমৰ প্ৰসিদ্ধ যুঁজাৰু, অধ্যক্ষ জ্ঞানদাভিৰাম বৰুৱা, কবি দুৰ্গতিৰাম হাজৰিকা, সৌৰবণি গ্ৰন্থ, কুমাৰ ভাস্কৰ বৰ্মা, শ্ৰীশ্ৰীমধুপুৰ ধামৰ সংক্ষিপ্ত ইতিহাস আদি প্ৰকাশিত গ্ৰন্থ। অসমৰ প্ৰয়াত মুক্তি যুঁজাৰুৰ জীৱনী, জগতগুৰু শংকৰদেৱ, বি. কে. ভাণ্ডাৰী, বিচিত্ৰনাৰায়ণ দত্তবৰুৱা, সাহিত্যিক অতুলচন্দ্ৰ হাজৰিকা, খনীন্দ্ৰ চন্দ্ৰ বৰুৱা অভিনন্দন গ্ৰন্থ আদি সম্পাদনা। তেওঁ উড়িয়া আৰু ইংৰাজী ভাষাৰো লেখক। বিভিন্ন সাহিত্য-সংস্কৃতিমূলক অনুষ্ঠানৰ গুৰি ধৰোঁতা। জন্ম নলবাৰীৰ বালাগাঁৱত (১৯৪১—)। বৰ্তমান গুৱাহাটীৰ (বাণীকান্ত শিক্ষক প্ৰশিক্ষণ মহাবিদ্যালয়ৰ অধ্যাপক।

# ড° শৈলেন ভৰালী

ড° শৈলেন ভৰালী বিশিষ্ট সমীক্ষক আৰু গৱেষক। ট্ৰেজেদি বিচাৰ, সাহিত্যৰ কথা, নাটক, নাটক আৰু অসমীয়া নাটক, আধুনিক অসমীয়া সাহিত্যৰ ইতিহাস, গদ্যৰ প্ৰতীক্ষাত, নাট্যকলা দেশী আৰু বিদেশী, উপন্যাস: বিচাৰ আৰু বিশ্লেষণ, অসমীয়া লোক সাহিত্যৰ পৰম্পৰা, আদি তেওঁৰ প্ৰকাশিত গ্ৰন্থ। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা এম-এ ( ১৯৬৪ ) আৰু ডক্টৰেট ডিগ্ৰী ( ১৯৭২ ) লাভ কৰে। বৰ্তমান গুৱাহাটী বিশ্ববিদ্যালয়ৰ চিনিয়ৰ মোষ্ট ৰিডাৰ। তেওঁৰ জন্ম নলবাৰী জিলাৰ ওপৰ বৰভাগত। ( ১৯৪২— )।

## শ্ৰীআৰতি দাস বৈৰাগী

শ্ৰীআৰতী দাস বৈৰাগী এগৰাকী সুলেখিকা। অনাতাঁৰ নাট ৰচনা আৰু পৰিচালনা কৰিও কৃতিত্ব লভিছে। তেওঁ এগৰাকী সুনাট্য অভিনেত্ৰী নিপুণাৰূপে জনাজাত। বৰ্তমান গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ নাট বিভাগৰ ষ্টাফ আৰ্টিষ্ট। নদীৰ নাম তৃষ্ণা, বন্যা বাসন্তী প্ৰিয়া প্ৰকাশিত গ্ৰন্থ। 'উৰুলি' আলোচনীৰো সহযোগী সম্পাদিকা আছিল। জন্ম ডিব্ৰুগড়ত ( ১৯৪২— )। তেওঁ অসমীয়া সাহিত্যৰ এম-এ।

# ড° ৰমেশ পাঠক

ড° ৰমেশ পাঠক এজন চিন্তাশীল লেখক। অসমীয়া ভাষা-বিজ্ঞান আৰু ৰম্য ৰচনাত তেওঁ আশাশুধীয়া প্ৰচেষ্টা লৈছে। ভাষা বিজ্ঞানৰ ভূমিকা, অসমীয়া ভাষাৰ ইতিহাস, ব্যাকৰণ আৰু প্ৰাকৃতি তত্ত্ব, নাটক আৰু নাটক, নামে কি কৰে, এটা নতুন সূৰ্য লাগে আদি তেওঁৰ প্ৰকাশিত গ্ৰন্থ। বৰ্তমান কটন কলেজৰ অধ্যাপক। জন্ম টিহুৰ ওচৰৰ খলিহাগুৰিত (১৯৪৩—)। ১৯৬৫ চনত এম-এ আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট ডিগ্ৰী লাভ কৰে।

# ড° ভৃগুমোহন গোস্বামী

ড° ভৃগুমোহন গোস্বামীয়ে জীৱনী আৰু প্ৰবন্ধ ৰচক হিচাপে প্ৰতিষ্ঠা লাভ কৰিছে। জনকৃষ্টিৰ সাধক ড° প্ৰফুল্লদত্ত গোস্বামী, জীৱনী সংযোগ, সাহিত্য সংস্কৃতি প্ৰসঙ্গ, বাইদেউৰ সেন্দুৰৰ কৌটা, সপোন ৰেখা, সপ্তমণি, কবি কংকন পুথি আৰু উত্তৰ আদি তেওঁৰ প্ৰকাশিত গ্ৰন্থ। বৰ্তমান উত্তৰ গুৱাহাটী কলেজৰ প্ৰবক্তা। জন্ম কামৰূপৰ শালমৰা বামুন্দী সত্ৰত (১৯৪৩—)। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা এম-এ আৰু ডক্টৰ ডিগ্ৰীটি লাভ।

# গুণমণি বৰা

শ্ৰীগুণমণি বৰা এজন জনাজাত গীতিকাৰ। তেওঁ কবিতা আৰু গল্প ৰচনাতো মনোনিবেশ কৰিছে। শৰতৰ আবেলি আৰু মন শেৱালীৰ সুৰভি আদি প্ৰকাশিত গ্ৰন্থ। আকাশবাণী আৰু দুৰদৰ্শনৰ অনুমোদিত গীতিকাৰ। 'প্ৰতিশ্ৰুতি'ৰ সম্পাদক। বৰ্তমান মীন বিভাগৰ কৰ্মচাৰী। জন্ম নগাঁৱৰ কলিয়াবৰৰ উলুবনিত (১৯৪৭— )। তেওঁ বিভিন্ন সাহিত্য-সংস্কৃতিমূলক অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগতো জড়িত।

# ড° ৰামচৰণ ঠাকুৰীয়া

ড° ৰামচৰণ ঠাকুৰীয়া—এজন চিন্তাশীল প্ৰবন্ধকাৰ আৰু পাঠ সমীক্ষক। মাধৱ কন্দলি ৰামায়ণ : পাঠ সমীক্ষাত্ম আৰু ঐতিহাসিক অধ্যয়ন, পাঠ-সমীক্ষা প্ৰসংগত, সাহিত্য-সংস্কৃতিৰ ৰেঙণি, অসমীয়া সাহিত্যৰ অধ্যয়ন, অসম আৰু অম্বিকাগিৰী ৰায়চৌধুৰী, মাধৱদেৱ : ব্যক্তিত্ব আৰু প্ৰতিভা আদি প্ৰায় কুৰিখনৰ ওপৰ গ্ৰন্থ সংকলন আৰু সম্পাদনা কৰিছে। বৰ্ত্তমান কটন কলেজৰ অধ্যাপক। ৰাষ্ট্ৰীয় ৰামায়ণ মেলাৰ পূৰ্বোত্তৰ ক্ষেত্ৰ সংযোজক, কামৰূপ জিলা সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, অসম সাহিত্য সভাৰ পত্ৰিকা সম্পাদক। ৰাষ্ট্ৰীয় ৰামায়ণ মেলাৰ বিশেষ পুৰস্কাৰেৰে সন্মানিত। জন্ম ছয়গাওঁৰ শিমলুবাৰীত (১৯৪৫—)। ১৯৬৬ চনত এম-এ আৰু ১৯৮৪ চনত ডক্টৰেট ডিগ্ৰী লাভ কৰে।

# ড° পৰাগকুমাৰ ভট্টাচাৰ্য

ড° পৰাগকুমাৰ ভট্টাচাৰ্য এজন গল্পকাৰ আৰু সাহিত্য সমালোচক। বিশ্বসাহিত্যৰ জিলিঙণি, বিশ্ব সাহিত্যিক ব্যক্তিত্ব আৰু সৃষ্টি, ধূপ সুৰভি আৰু ছাই, কালৰাত্রি, দূষিত দেহৰ সুবাস, যুগপতন, ৰবীন্দ্রনাথ আৰু অসমীয়া গল্প আদি প্ৰকাশিত গ্ৰন্থ। 'আধুনিক অসমীয়া প্ৰেমৰ গল্প' সম্পাদনা কৰিছে। বৰ্তমান পাণ্ডু কলেজৰ অধ্যাপক। জন্ম নলবাৰীৰ ওচৰৰ গন্ধিয়াত ( ১৯৫০ — )।

# ড° দয়ানন্দ পাঠক

ড° দয়ানন্দ পাঠক অনুবাদক আৰু সাহিত্য সমালোচক ৰূপে জনাজাত হৈছে। উইলিয়াম ছেক্সপীয়াৰৰ ট্ৰেজেডি ৰোমিও আৰু জুলিয়েট, জুলিয়াচ চিজাৰৰ ওপৰিও হেমলেট অসমীয়ালৈ ভাঙিছে। আধুনিক ইংৰাজী নাট্য সাহিত্যৰ ৰূপৰেখা, প্ৰাচ্য আৰু পাশ্চাত্য সাহিত্যত এভুমুকি, আন দুখন গ্ৰন্থ। বৰ্তমান হাজো সুৰেন দাস মহাবিদ্যালয়ৰ অধ্যক্ষ। জন্ম আমিনগাঁৱত (১৯৫১— )। ১৯৬৯ বি-এ, ১৯৭২ চনত এম-এ আৰু ১৯৮৩ চনত ডক্টৰেট ডিগ্ৰী লাভ কৰে। ১৯৯০ চনত তেওঁ এল. এল. বি পাছ কৰে।

# শ্ৰীকুমুদ গোস্বামী

শ্ৰীকুমুদ গোস্বামী এজন প্ৰতিষ্ঠিত গল্পকাৰ। ছুৰাৰ, ঘন চিৰিকাৰ বাহ, পান্থশালা, প্ৰাৰ্থনা, ৰাতিৰ চৰাই, উল্কাৰ পোহৰ আদি তেওঁৰ প্ৰকাশিত গ্ৰন্থ। কুৰি শতিকাৰ অসমীয়া ব্যংগ গল্প যুটীয়া সম্পাদনা। বৰ্ত্তমান অসম প্ৰকাশন পৰিষদৰ তেওঁ সচিব আৰু মুকুতাৰ সম্পাদক। জন্ম পলাশবাৰীৰ মাজিৰ গাঁৱত ( ১৯৪৮— )। গুৱাহাটী বিশ্ববিদ্যালয়ৰ এম. এছ. ছি ( ১৯৭০ )। পিতৃ বাসুদেৱ গোস্বামী।

# শ্ৰীকিশোৰীমোহন পাঠক

শ্ৰীকিশোৰীমোহন পাঠকে জীৱনী ৰচনাত মনোনিবেশ কৰিছে। লুইতপৰীয়া শিল্পী, বনকোঁৱৰ, নিংনি ভাওৰা আদি প্ৰকাশিত গ্ৰন্থ। বৰ্তমান অসম সচিবালয়ৰ কৰ্মচাৰী। জন্ম বৰপেটাৰ ইচ্ছাপুৰহাটীত (১৯৪৮—)। বৰপেটা এম-চি কলেজৰপৰা ১৯৭০ চনত বি-এ পাচ কৰে।

॥ সংস্কৃতি সাধক ॥

# তিলক দাস

তিলক দাস এগৰাকী প্ৰখ্যাত বোলছবি নিৰ্মাতা আৰু সুগায়ক। 'পাৰঘাট' কথাছবি নিৰ্মাণ—উল্লেখযোগ্য কৃতিত্ব। ত্ৰিশ দশকত গ্ৰামোফোন ৰেকৰ্ড কৰিছিল। 'জীৱনে মোৰ সন্ধিয়া' তেওঁৰ জনপ্ৰিয় সংগীত। প্ৰবীন ফুকনৰ সৈতেও তেওঁ বহু নাটকৰ লগত জড়িত হৈছিল৷ ১৯৪২ চনত তেওঁ 'বিজুলী' চিনেমা হল প্ৰতিষ্ঠা কৰে। তেওঁৰে সুযোগ্য ভাতৃ শ্ৰীশিৱৰাম দাসে 'উৰ্ব্বশী' চিনেমা হল স্থাপন কৰে। তিলক দাস পৌৰ সভাৰো সদস্য আছিল। তেওঁৰ ককাদেউতাক আছিল ৰায়বাহাদুৰ ভুবনৰাম দাস। জন্ম গুৱাহাটীত ( ১৯১৫-১৯৫৯ )।

# শ্ৰীপুৰুষোত্তম দাস

শ্ৰীপুৰুষোত্তম দাস এজন থলুৱা গীতমাতৰ প্ৰচাৰক, গীত ৰচক আৰু সংগীত পৰিচালক। তেওঁ নিমিলা অংকত সংগীত পৰিচালনা, পাৰঘাট আৰু বদন বৰফুকনত সহকাৰী সংগীত পৰিচালনা কৰিছে। সুৰবাণী, ত্ৰিবেণী, শ্ৰীময়ী, পোৱা নাই পৰসাদ আদি তেওঁৰ স্বৰচিত গীতৰ পুথি। 'স্বৰৰেখাৰ বৰগীত' যুটীয়াভাৱে প্ৰকাশ কৰিছে। তেওঁৰ জন্ম বৰপেটাত, ১৯২১ চনত। ১৯৪৩ কলিকতা অনাতাঁৰ কেন্দ্ৰত যোগদান কৰি, গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ লঘু সংগীত বিভাগৰ প্ৰযোজকৰূপে ১৯৭৯ চনত অৱসৰ গ্ৰহণ।

# শ্ৰীবীৰেন্দ্ৰকুমাৰ ফুকন

শ্ৰীবীৰেন্দ্ৰকুমাৰ ফুকনক অসমীয়া শাস্ত্ৰীয় সংগীতৰ ঋত্বিকৰূপে গ্ৰহণ কৰা হৈছে। স্বৰৰেখাত ৰৰগীত, ৰাগ সংগীত আদি তেওঁৰ শাস্ত্ৰীয় সংগীতৰ প্ৰামাণিক গ্ৰন্থ। 'সাংগীতিকী' তেওঁৰ আন এখন মূল্যবান গ্ৰন্থ। ১৯৪৮ গুৱাহাটীত আকাশবাণী কেন্দ্ৰ মুকলি হোৱাত তাৰ তেওঁ সংগীত বিভাগৰ দায়িত্বলৈ, পিছত গুৱাহাটী-ডিব্ৰুগড় কেন্দ্ৰৰ সঞ্চালক ৰূপে ১৯৮০ চনৰপৰা অৱসৰ গ্ৰহণ কৰে। তেওঁ লক্ষ্ণৌ মেৰিজ কলেজৰপৰা সংগীতত ভাৰতৰ ভিতৰত প্ৰথম হৈ স্নাতক উপাধি লাভ কৰিছিল। শাস্ত্ৰীয় সংগতৰো তেওঁ স্নাতকোত্তৰ উপাধিধাৰী আৰু গায়ন বিষয়ত 'জ্ঞানশৈলী'ত উত্তীৰ্ণ। তেওঁৰ জন্ম ( ১৯২২— ) ডিব্ৰুগড়ত।

## শ্ৰীপদুম বৰুৱা

শ্ৰীপদুম বৰুৱাই শ্ৰীলক্ষ্মীনন্দন বৰাৰ উপন্যাস 'গঙা চিলনীৰ পাখি'ৰ আধাৰত চিত্ৰনাট্য প্ৰস্তুত কৰি, প্ৰখ্যাতি লভিছে। 'ওজাপালী আৰু বিহুনৃত্য' আন এখন স্মৰণীয় তথ্যচিত্ৰ। উত্তৰ পূব ভাৰতৰ প্ৰথম চলচিত্ৰ সন্থা 'চিনে ফিল্ম চোছাইটি'ৰ প্ৰতিষ্ঠাতা সচিব। অসম চৰকাৰৰ অৰ্থনীতি আৰু পৰিসংখ্যা বিভাগৰ যুটীয়া সঞ্চালকৰূপে চাকৰিৰপৰা অৱসৰ গ্ৰহণ। জন্ম কলিকতা মহানগৰীত (১৯২৪—)। কাশী হিন্দু বিশ্ববিদ্যালয়ৰ তেওঁ বি. কম।

# শ্ৰীবসেশ্বৰ শইকীয়া

শ্ৰীবসেশ্বৰ শইকীয়া ৰৰবায়ন এগৰাকী অসমীয়া কলা-সংস্কৃতিৰ একনিষ্ঠ সেৱক। ১৯৮০ চনত তেওঁ সত্ৰীয়া নৃত্যৰ বাবে সংগীত নাটক অকাডেমিৰপৰা বঁটা লাভ কৰিছে। ১৯৮১ চনত অসম সাহিত্য সভাৰ তিনিচুকীয়া অধিবেশনৰ তেওঁ সাংস্কৃতিক অনুষ্ঠানৰ উদ্বোধক আছিল। ১৯৬৮ চনৰ পৰা তেওঁ আকাশবাণী, গুৱাহাটী কেন্দ্ৰৰ নিয়মীয়া খোলবাদক। ১৯৬৮ চনত 'সংগীত সত্ৰ' প্ৰতিষ্ঠা কৰি, বৰ্তমান তাৰ তেওঁ অধ্যক্ষৰূপে কাৰ্য নিৰ্বাহ কৰি আছে। জন্ম অবিভক্ত শিৱসাগৰ জিলাৰ টীয়কৰ টিঙৰ গাঁৱত।

# ড° ভূপেন হাজৰিকা

ড° ভূপেন হাজৰিকা এজন আন্তৰ্জাতিক সন্মান পোৱা কণ্ঠশিল্পী, গীতৰচক, কথাছবিৰ সংগীত পৰিচালক, কথাছবি প্ৰযোজক-পৰিচালক, লেখক, সাংবাদিক, ৰাজনীতিবিদ। সুন্দৰৰ ন-দিগন্ত, সুন্দৰৰ সক বৰ আলিয়েদি, বহ্নিমান ব্ৰহ্মপুত্ৰ, জিলিকলে লুইতৰে পাৰ, সংগ্ৰামৰ লগ্ন আদি – বাইজৰ সমাদৃত গ্ৰন্থ। জাতিয়ে তেওঁক কলাৰত্ন সন্মানেৰে আদৰিছে। ৰজত কমল বঁটাৰ উপৰিও শংকৰদেৱ বঁটাৰে তেওঁ বিভূষিত হৈছে। বেনাৰচ হিন্দু বিশ্ববিদ্যালয়ৰ পৰা এম-এ, কলম্বিয়া বিশ্ব-বিদ্যালয়ৰপৰা 'ডক্টৰেট' ডিগ্ৰী লাভ কৰে। তেওঁ গুৱাহাটী অনাতাঁৰ কেন্দ্ৰত কাৰ্য নিৰ্বাহ কৰাৰ উপৰিও বি-বৰুৱা কলেজ আৰু গুৱা. বিশ্ববিদ্যালয়ত অধ্যাপনা কৰিছিল। জন্ম শদিয়াৰৰ ওচৰৰ এখন আদি পাৰ্বত (১৯২৬— )।

# নিপ বৰুৱা

নিপ বৰুৱা এজন প্ৰখ্যাত চলচ্চিত্ৰ নিৰ্মাতা আৰু সুদক্ষ ফুটবল খেলুৱৈ। ১৬ খন অসমীয়া বোলছবি, ২ খন পূৰ্ণ দৈৰ্ঘ্যৰ বাংলা চলচ্চিত্ৰ আৰু কেইবাখনো তথ্যচিত্ৰ নিৰ্মাণ কৰিছে। ৰঙা পুলিচ, আই মোৰ জনমে জনমে, আজলী নবৌ আদি অসমীয়া চলচ্চিত্ৰ জগতৰ ছুপাৰহিট ছবি হিচাপে পৰিগণিত হৈছে। ৰঙা পুলিচে ৰাষ্ট্ৰপতি পদক আৰু গল্ডেন থ্ৰেডছ অৰ আছাম তথ্যচিত্ৰই আন্তঃৰাষ্ট্ৰীয় পুৰস্কাৰ লাভ কৰিছে। তেওঁ মহাৰাণা ক্লাবৰ হৈ চেণ্টাৰ ফৰৱাৰ্ডৰূপে জনপ্ৰিয়তা লভিছিল। সন্তোষ ট্ৰফীতো অংশ লৈছিল। অসম চৰকাৰৰ জনসংযোগ বিভাগত চলচ্চিত্ৰ বিষয়াৰূপে কাম কৰি, ১৯৮৯-ৰ পৰা অৱসৰ। জন্ম গুৱাহাটীত (১৯২৭—১৯৯১)।

# শ্ৰীশোভা ব্ৰহ্ম

শ্ৰীশোভা ব্ৰহ্ম এজন সুপ্ৰতিষ্ঠিত চিত্ৰ-শিল্পী। তেওঁৰ চিত্ৰ-ভাস্কৰ্যই সৰ্ব ভাৰতত উচ্চ সন্মান লাভ কৰিছে। প্ৰধানতঃ তৈল চিত্ৰ আৰু ভাস্কৰ্য শিল্পত তেওঁ নিপুণতা দেখুৱাইছে। সম্প্ৰতি তেওঁ ভাৰতীয় পদ্ধতিৰ ওপৰিও ইউৰোপীয় পদ্ধতি অৱলম্বন কৰিছে। শিল্পই শ্ৰীব্ৰহ্মৰ জীৱনসাধনা 'স্কুল অব আৰ্ট এণ্ড ক্ৰেফ্‌টছ'ৰ অধ্যক্ষ। কেন্দ্ৰীয় ললিত কলাৰ জেনেৰেল কাউন্সিলৰ চৰকাৰী মনোনীত সদস্য। 'ভাৰতীয় চিত্ৰকলা' গ্ৰন্থৰ অনুবাদক। জন্ম কোকৰাঝাৰৰ ওচৰৰ ভুমকা গাঁৱত (১৯৩০— )। অসমে তেওঁক জাতীয় শিল্পীৰূপে আদৰিছে।

## শ্ৰীবীণা দাস মাল্লা

শ্ৰীবীণা দাস মাল্লা এগৰাকী বোলছবি আৰু মঞ্চ জগতৰ সু-অভিনেত্ৰী। পিয়লী ফুকন, চাকনৈয়া, ভক্ত প্ৰহলাদ, আমাৰ ঘৰ, নাচিত ৰৰফুকনকে অনেক ছবিৰ আৰু হেজাৰৰ ওপৰ মঞ্চ নাটত অভিনয় কৰিছে। ১৯৫৩ চনৰপৰা তেওঁ অভিনয়ত নামিছে। ডকুমেণ্টৰী আদিৰ ওপৰিও অসংখ্য ৰেডিও' নাটকত অভিনয় কৰিছে। নাটকত সহ অভিনয় কৰিবলৈ আহি এসময়ত দ'লি চপৰা খোৱা শ্ৰীবীণা দাস মাল্লা আজি সকলোৰে আদৰৰ। কলিকতাৰ বিখ্যাত মাল্লা পৰিয়ালৰ ইন্দ্ৰভূষণ মাল্লাৰ পুত্ৰ বিমল মাল্লাৰ লগত তেওঁ বিবাহ পাশত আৱদ্ধ হয়। বৰ্তমান গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ শিল্পী। জন্ম ১৯৩৫ চনত।

# শ্ৰীপ্ৰতিমা বৰুৱা পাণ্ডে

শ্ৰীপ্ৰতিমা বৰুৱা পাণ্ডে গোৱালপৰীয়া লোকগীতৰ বিশিষ্ট কণ্ঠশিল্পী। ১৯৯১ ভাৰত চৰকাৰে তেওঁক পদ্মশ্ৰী সন্মান দিছে আৰু ১৯৮৮-ত সংগীত নাটক অকাডেমিৰ বঁটা লাভ কৰিছে। বৃক্ষ শিমিলাৰে গগনে মেলে ডাল, মাহুত বন্ধুৰে, হস্তীৰ কন্যা আদি তেওঁৰ জনপ্ৰিয় সংগীত। ভাৰতৰ বিভিন্ন ৰাজ্যত সংগীত পৰিৱেশন কৰিছে। তেওঁৰ জন্ম কলিকতাত (১৯৩৭—)। তেওঁৰ পিতৃ প্ৰকৃতিশ বৰুৱা।



# শ্ৰীআনন্দমোহন ভাগৱতী

শ্ৰীআনন্দ মোহন ভাগৱতী এজন যশস্বী অভিনেতা আৰু চিন্তাশীল লেখক। পঞ্চাশৰ দশকৰপৰা সত্ৰিয়া নৃত্যৰ উৎকৰ্ষসাধন বাবে স্বকীয় প্ৰচেষ্টাৰে গৱেষণা আৰু প্ৰশিক্ষণত ৰত। 'অসমীয়া নৃত্য-কলা নিকেটন'ৰ প্ৰতিষ্ঠাতা। মিছিং, বড়ো, ৰাভা, টিয়া, দেউধনী, কাৰ্বি, বিহু নৃত্য আদিৰ প্ৰথম মঞ্চ প্ৰকল্পক ৰূপে জনাজাত শ্ৰীভাগৱতী অংকীয়া নাটৰ পৰীক্ষা-নিৰীক্ষাৰে আধুনিক মঞ্চৰ প্ৰযোজনাৰো বাটকটীয়া। লক্ষ্ণৌ মণিপুৰী নৰ্তন কলা নিকেতনে তেওঁক 'গুৰু' উপাধি আৰু পুৰণা কমলাবাৰী সত্ৰৰ নিৰ্মালীপ্ৰাপ্ত বৰবায়ন আৰু মুক্তিয়াৰ লগতে 'সংগীত চূড়ামণি' উপাধি প্ৰদান। ৰাজ্যিক সাংস্কৃতিক সঞ্চালকালয়ৰ অস্থায়ী সঞ্চালক (১৮৮০-'৮৪), বৰ্তমান উক্ত বিভাগৰ যুটীয়া সঞ্চালক। কেন্দ্ৰীয় সংগীত নাটক অকাডেমি আৰু ভাৰত চৰকাৰৰ সাংস্কৃতিক উৎস আৰু প্ৰশিক্ষণ কেন্দ্ৰৰ সদস্য। ভাট খাণ্ডে হিন্দুস্থানী সংগীত মহাবিদ্যালয়ৰ অতিথি অধ্যাপক। সংস্কৃতি মালিকা, কুশাসন গান প্ৰকাশিত গ্ৰন্থ। ২৫ খনৰ ওপৰ অনাতাঁৰ আৰু মঞ্চ নাট ৰচনা। সত্ৰীয়া নৃত্যৰ নীতি নিৰ্দ্ধাৰক ব্যাকৰণ ৰচনাতো মনোনিবেশ কৰিছে। ২৫ খনৰ ওপৰ বোলছবিত অভিনয় আৰু দহখন বোলছবিৰ নৃত্য পৰিচালক। জন্ম তিতাবৰত ( ১৯৩৭ — )।

## শ্ৰীনিকুঞ্জলতা মহন্ত

শ্ৰীনিকুঞ্জলতা মহন্ত এগৰাকী প্ৰখ্যাত বৰগীত আৰু লোকগীতৰ কণ্ঠশিল্পী। গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ বি-গ্ৰেডৰ গায়িকা। তেওঁ প্ৰখ্যাত কবি গীতিকাৰ শ্ৰীকেশৱ মহন্তৰ পত্নী। জন্ম নগাওঁৰ জাজৰি আমতলা গজলা সত্ৰত।



# শ্ৰীবেণু মিশ্ৰ

শ্ৰীবেণু মিশ্ৰ এজন সুপ্ৰতিষ্ঠিত চিত্ৰকৰ। ড্ৰয়িং আৰু ৰেখাংকনত তেওঁৰ আসন সুকীয়া। কিতাপ আৰু আলোচনীত অসংখ্য চিত্ৰ আৰু বেটুপাত আঁকিছে। তেওঁৰ চিত্ৰ ( ১৯৬৪ ) নেপালৰ কাঠমাণ্ডুত প্ৰদৰ্শিত হৈছে। শান্তিনিকেতনৰপৰা চিত্ৰকলা আৰু ভাস্কৰ্য বিষয়ৰ ( ১৯৬২ ) ডিপ্লমাধাৰী। চৰকাৰী চাৰুকলা নিকেতনতো শিক্ষকতা কৰিছিল। বৰ্তমান অসম চৰকাৰৰ তথ্য আৰু জনসংযোগ বিভাগৰ জ্যেষ্ঠ প্ৰদৰ্শনী বিষয়া। '৭৩ বাৰ্লিন যুৱ-মহোৎসৱত শিল্পী প্ৰতিনিধিৰূপে অংশ গ্ৰহণ। 'দ চেয়াৰ' তেওঁৰ স্মৰণীয় তৈলচিত্ৰ। জন্ম বৰপেটাত ( ১৯৩৯— )।



# শ্ৰীত্ৰৈলোক্য দত্ত

শ্ৰীত্ৰৈলোক্য দত্ত এজন বিশিষ্ট চিত্ৰকৰ। কাৰ্টুনিষ্ট আৰু ব্যৱসায়িক চিত্ৰ অংকনত তেওঁৰ দক্ষতা প্ৰমাণিত হৈছে। বৰ্ত্তমান দি আসাম ট্ৰিবিউন কাকতৰ কাৰ্টুনিষ্ট। তেওঁ এজন গল্পকাৰ আৰু সুদক্ষ জ্যোতিৰ্বিদো। 'সৃষ্টি' আলোচনী তেৰে সম্পাদনা কৰি আছে। জন্ম বঙালীৰ ৰতনপুৰত (১৯৩০—)। কলিকতা চৰকাৰী কাৰু আৰু চাৰুকলা মহাবিদ্যালয়ৰপৰা ১৯৬৩ চনত ব্যৱহাৰিক কলাত উত্তীৰ্ণ হয়। কলিকতাৰ এডভাৰটাইজিং ফাৰ্মত কাম কৰি, অসম চৰকাৰৰ জনসংযোগ বিভাগ, নতুন অসমীয়া আদি কাকতত কাম কৰিছিল।

# শ্ৰীকামাখ্যা দত্ত

শ্ৰীকামাখ্যা দত্ত এগৰাকী যশস্বী চিত্ৰকৰ। তেওঁ ইতিমধ্যে অসংখ্য গ্ৰন্থ আৰু আলোচনী কভাৰ ডিজাইন কৰিছে। মাক আৰু শিশু, দাৰিদ্ৰৰ তাড়না তেওঁৰ প্ৰখ্যাত তৈল চিত্ৰ। বৰ্তমান তেওঁ ৰেল বিভাগৰ কৰ্মচাৰী। জন্ম নলবাৰী জিলাৰ আঁৰাংমৌত। তেওঁ অসমৰ প্ৰখ্যাত-লোক কিছুমানৰ প্ৰতীক চিত্ৰ অংকন কৰিও খ্যাতি লভিছে।



## জাহ্নু বৰুৱা

জাহ্নু বৰুৱা অসমৰ নতুন প্ৰজন্মৰ চলচ্চিত্ৰ নিৰ্মাতা। অপৰূপা, পাপৰি, হালধীয়া চৰায়ে বাওধান খায়, বনানি আদি কথাছবিৰ দ্বাৰা সুপ্ৰতিষ্ঠা লাভ কৰিছে। হালধীয়া চৰায়ে বাওধান খায়, ছবিয়ে আন্তৰ্জাতিক খ্যাতি পাইছে। তেওঁৰ জন্ম শিৱসাগৰ জিলাত। পুণেৰ ফিল্ম ইন্সটিটিউটৰপৰা (১৯৭১) চিনেমা সম্পৰ্কে জ্ঞান আহৰণ কৰে।

# শ্ৰীইন্দ্ৰ বণিয়া

শ্ৰীইন্দ্ৰ বনিয়া, আন্তৰ্জাতিক খ্যাতিসম্পন্ন অভিনেতা। 'হালধীয়া চৰায়ে বাওধান খায়' ছবিত বসেশ্বৰৰ অভিনয় কৰি···লোকাৰ্ণোৰ প্ৰতিযোগিতামূলক ফিল্ম মহোৎসৱৰপৰা ভাৰতলৈ শ্ৰেষ্ঠ অভিনেতাৰ সম্মান 'ছিলভাৰ লে'পাৰ্ড' কঢ়িয়াই আনিছে। তেওঁৰ একাংক নাট পৰিচালনাতো প্ৰখ্যাতি আছে। তেওঁ অসম ৰাজ্যিক বিদ্যুৎ পৰিষদৰ সহকাৰী সাংস্কৃতিক বিষয়া। তেওঁৰ জন্ম উত্তৰ লক্ষীমপুৰৰ খিলপুৰত (১৯৪২— )।

# শ্ৰীগৰিমা হাজৰিকা

শ্ৰীগৰিমা হাজৰিকা এগৰাকী প্ৰখ্যাত নৃত্য পটিয়সী। ওড়িছী, সত্ৰীয়া আৰু সৃজনীমূলক নৃত্যৰে তেওঁ সমাজত প্ৰতিষ্ঠা লাভ কৰিছে। তেওঁ এগৰাকী বোলছবিৰ নৃত্য পৰিচালিকা, অভিনেত্ৰী, চিত্ৰশিল্পী, কষ্টিউম ডিজাইনাৰ, ইনটেৰিয়ৰৰ ডেকৰেটৰ আৰু সমাজ সেৱিকাৰূপে জনাজাত। তেওঁ প্ৰায় চৈধ্যখন গঠনমূলক আৰু সমাজসংস্কাৰমূলক নৃত্য নাটিকা পৰিচালনা কৰিছে। যোল্ল খন বোলছবিত আৰু মঞ্চতো নৃত্য পৰিচালনা কৰিছে। বৰ্তমান ভ্ৰাম্যমান থিয়েটাৰৰ সাজ-পোছাকৰ তেৰে পৰিবৰ্তন আনিছে। মিতালী কলা কেন্দ্ৰৰ লগত জড়িত থাকি, নতুন এচাম নৃত্য শিল্পী জন্ম দিয়াৰ তেওঁ প্ৰচেষ্টা হাতত লৈছে। জন্ম গুৱাহাটীত ( ১৯৪০ ) পিতৃ প্ৰখ্যাত ডাঃ ভূবনেশ্বৰ বৰুৱা।

# শ্ৰীখগেন মহন্ত

শ্ৰীখগেন মহন্ত এগৰাকী প্ৰখ্যাত কণ্ঠশিল্পী। তেওঁৰ সাতাইশটা কেছেটত এশ বাইশটা গান আৰু গ্ৰামোফোনত গোৱা নব্বৈটা ৰেকৰ্ডৰ ভাবে বত্ৰিশটা চিনেমা সংগীত। তেওঁৰ কিছু সংগীত 'খগেন মহন্তৰ কণ্ঠৰ গীত' আৰু 'বিহুৰে বিৰিণা'ত সন্নিবিষ্ট হৈছে। যুঁজ, মেঘমুক্তি, মইনাজান আদি বোলছবিৰ সংগীত পৰিচালক। তদুপৰি মৰম তৃষ্ণা, অপৰাজেয়, বিভ্ৰাট, উপগ্ৰহ আদি কৰি সোতৰখনৰ ওপৰ কথাছবিত কণ্ঠদান কৰিছে। বৰ্তমান তেওঁ 'এ' গ্ৰুপৰ গায়ক আৰু গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ সংগীত পৰিচালক। জন্ম নগাঁৱত।

# শ্ৰীৰামেশ্বৰ পাঠক

শ্ৰীৰামেশ্বৰ পাঠক এগৰাকী কামৰূপী লোকগীতৰ প্ৰখ্যাত গায়ক। বৰ্তমান তেওঁ গোৱা গীতৰ সংখ্যা হেজাৰৰ ওপৰ। গ্ৰামোফোনত কুৰিটা আৰু কেছেট ওলাইছে আঠত্ৰিশখন। তেওঁৰ পত্নী শ্ৰীধনদা পাঠকৰ সৈতেও যুগ্ম সংগীত আছে। অপৰাজেয়, সন্তান, মানস কন্যা আদি কথাছবিত কণ্ঠদান কৰিছে। ১৯৯০ চনত সংগীত নাটক অকাডেমি বঁটাৰে তেওঁ পুৰস্কৃত হৈছে। বৰ্তমান আৰ্য বিদ্যাপীঠ বিদ্যালয়ত শিক্ষকতাত ৰত। গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ লোকগীতৰ একমাত্ৰ প্ৰথম শ্ৰেণীৰ গায়ক। জন্ম বৰপেটাৰ নগাঁৱত ( ১৯৩৮— )।

# শ্ৰীনিপন গোস্বামী

শ্ৰীনিপন গোস্বামী এজন প্ৰখ্যাত বোলছবি অভিনেতা। অসমীয়া বোলছবিক জনমুখী কৰাত তেওঁৰ ভূমিকা অগ্ৰণী। পিয়লী ফুকন, ড° বেজবৰুৱা, সংগ্ৰাম, মানৱ আৰু দানৱ, বৰুৱাৰ সংসাৰ, শকুন্তলা আৰু শংকৰ জোচেফ আলি, চিৰাজ, বঙানদীকে ধৰি প্ৰায় পয়ষষ্ঠিখনৰ ওপৰ বোলছবিত অভিনয় কৰিছে। মঞ্চ জগতৰো সুঅভিনেতা। অসমীয়া ছবিৰ 'শ্ৰেষ্ঠ অভিনেতা'ৰ সম্মান লাভ কৰিছে। তেওঁৰ ট্ৰেজিক অভিনয়ে দৰ্শকৰ হৃদয় স্পৰ্শ কৰে। 'প্ৰতিমা' ছবিৰে তেওঁ পৰিচালনাতো নামিছে। হিন্দী ছবিৰো অভিনেতা। বহুতো বিজ্ঞাপন চিত্ৰত ভইচ দিছে, ধাৰা বিৱৰণী দিছে আৰু কমেন্ট্ৰি কৰিছে। তেওঁ পুণাৰ ফিল্ম এণ্ড টেলিভিশ্যন ইনষ্টিটিউটৰ শিক্ষাপ্ৰাপ্ত। জন্ম তেজপুৰত ( ১৯৪৪ )। পিতৃ যশস্বী শিল্পী চন্দ্ৰধৰ গোস্বামী।

# শ্ৰীদুলাল ৰয়

শ্ৰীদুলাল ৰয় এগৰাকী প্ৰখ্যাত নাট্যকাৰ, অভিনেতা আৰু দক্ষ নাট পৰিচালক। ফাতেমা বিবিৰ ঘৰ, মাছৰ তেলেৰে মাছ আদি প্ৰকাশিত গ্ৰন্থ। নতুন দিল্লীত অনুষ্ঠিত (১৯৭৩) সৰ্বভাৰতীয় পূৰ্ণ দৈৰ্ঘৰ নাট্য প্ৰতিযোগিতাত 'প্ৰেয়সী'ৰ বাবে শ্ৰেষ্ঠ পৰিচালকৰ সন্মান লাভ কৰিছে। বৰ্তমান ৰাজ্যিক সাংস্কৃতিক সঞ্চালকালয়ৰ বিষয়া। জন্ম নৰভোগৰ ৰৰনগৰ কলিতাপাৰাত (১৯৪৩— )।

# পাৰবিন চুলতানা

পাৰবিন চুলতানা এগৰাকী যশস্বী কণ্ঠশিল্পী। বৰ্তমান তেওঁৰ খ্যাতিয়ে আন্তঃৰাষ্ট্ৰীয় পৰিধি পাইছে। বিশেষকৈ শাস্ত্ৰীয় সংগীতত সুনাম আছে। তেওঁ গোৱা অসমীয়া সংগীতে সৰ্বভাৰতীয় সন্মান পাইছে। সৰাপাত, ভক্ত প্ৰহ্লাদ, স্মৃতিৰ পৰশ, মাটিৰ স্বৰ্গ, পিয়লী ফুকন, কেঁচাসোন আদি ছবিত কণ্ঠদান কৰিছে। হিন্দী ছবিৰো জনপ্ৰিয় গায়িকা। আকাশবাণী, দূৰদৰ্শনৰ নিয়মীয়া শিল্পী। 'পদ্মশ্ৰী' সন্মানেৰে সন্মানিত হৈছে। মাদ্ৰাজ বিশ্ববিদ্যালয়ে 'ডক্টৰেট' সন্মান প্ৰদান কৰিছে।

# শ্ৰীধনদা পাঠক

শ্ৰীধনদা পাঠক এগৰাকী জনপ্ৰিয় কণ্ঠশিল্পী। বন্ধু মেলি মেলি চায় ৰাধা সুন্দৰী, আমি আপী চলি জলা জুই হে, যাঁৰত চেতনা লোৰা ছবিৰ নাম আদি তেওঁ গোৱা সংগীত। বৰ্তমান ভাৰতীয় খাদ্য নিগমৰ চাকৰিয়াল। গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ বি-হাই গ্ৰেডৰ শিল্পী। লোকগীত শিল্পী শ্ৰীৰামেশ্বৰ পাঠকৰ পত্নী। জন্ম বৰপেটাৰ বাউলীত (১৯৫৩— )।

# শ্ৰীঅৰ্চনা মহন্ত

শ্ৰীঅৰ্চনা মহন্ত এগৰাকী প্ৰতিষ্ঠিত কণ্ঠশিল্পী। অ' সুন্দৰী ৰাধে মাই, ৰাই কন্যা গৃহকে তেজিয়া, শালিকী ঐ অবুজন চৰাইজনী, ঐ ফুল পাহ হালিছে জালিছে আদি বাইজৰ জনপ্ৰিয় সংগীত। জন্ম গুৱাহাটীৰ উলুবাৰীত। তেওঁ কণ্ঠশিল্পী শ্ৰীখগেন মহন্তৰ পত্নী।

# শ্ৰীধীৰেন্দ্ৰনাথ দাস

শ্ৰীধীৰেন্দ্ৰনাথ দাস এজন প্ৰখ্যাত সংগীতজ্ঞ। ১৯৪৮–'৮৬ চনলৈ গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ তেওঁ নিয়মীয়া শিল্পী আছিল। তেওঁ তিনিশৰ ওপৰ সংগীতত কণ্ঠদান কৰিছে আৰু তেওঁ গোৱা সকলো সংগীতৰ সুৰ নিজৰ। তেওঁ ৰেচম বিভাগৰ উপ সঞ্চালক আছিল। জন্ম ১৯১৪ চনত, গোলা ঘাটত।

## শ্ৰীজীৰেশ্বৰ চক্ৰৱৰ্তী

শ্ৰীজীৰেশ্বৰ চক্ৰৱৰ্তী এজন প্ৰখ্যাত অভিনেতা। তেওঁ এতিয়ালৈ বাৰখন বোলছবি, দুশৰ ওপৰ মঞ্চ নাটক আৰু পাঁচশৰ ওপৰ অনাতাঁৰ নাটকত অভিনয় কৰিছে। জন্ম ১৯২৫ চনত, গুৱাহাটীৰ উজানবজাৰত। ১৯৯০ চনত তেওঁ অসম চৰকাৰৰ শিল্পী বঁটা লাভ কৰিছে। তেওঁৰ কাৰণে মঞ্চ আৰু অভিনয় মৃত্যুঞ্জয়।

॥ বিজ্ঞানী ॥

# ড° গোবিন্দচন্দ্ৰ ডেকা

ড° গোবিন্দচন্দ্ৰ ডেকা এজন প্ৰখ্যাত বৈজ্ঞানিক আৰু শিক্ষাবিদ। অসমৰপৰা বৈজ্ঞানিক হিচাপে ছোভিয়েট দেশলৈ আমন্ত্ৰিত হোৱা তেৱেঁ প্ৰথম। অসমীয়া লণ্ডনৰপৰা উচ্চ শিক্ষালাভ কৰা ড° ডেকাই জেনেভাত (১৯৬৩) অনুষ্ঠিত আন্তৰ্জাতিক আণৱিক সন্মিলনত যোগদান কৰিছে। ন'বেলল বঁটা বিজয়ী অধ্যাপক ড° পাওৱেলৰ তত্বাৱধানত আণৱিক বিজ্ঞানৰ বিষয়ে গৱেষণা কৰি তেওঁ ডক্টৰেট উপাধি লাভ কৰিছে। পৃথিবীৰ অনেক বৈজ্ঞানিক গৱেষণা কেন্দ্ৰ আৰু বিশিষ্ট বৈজ্ঞানিকৰ সৈতে তেওঁৰ সম্পৰ্ক আছে। কটন কলেজৰ পদাৰ্থ বিজ্ঞান বিভাগৰ প্ৰধান অধ্যাপক হিচাপে কাম কৰি, এই কলেজৰ অধ্যক্ষৰূপে অৱসৰ গ্ৰহণ কৰে। ১৯৬১ চনত তেওঁ গাৰোপাহাৰ জিলাৰ সোনাপাহাৰ কোৱাগাম নামৰ শিলাখণ্ডত ইউৰেনিয়াম আৱিষ্কাৰ কৰে। তেওঁৰ প্ৰচেষ্টাত কটন কলেজত নিউক্লীয় গৱেষণা কেন্দ্ৰ স্থাপন। জন্ম কামৰূপ জিলাৰ দদৰাত।

॥ সমাজসেৱিকা ॥

# শ্ৰীঅমল প্ৰভা দাস

শ্ৰীঅমল প্ৰভা দাস এগৰাকী মহাত্মা গান্ধী আৰু বিনোবাজীৰ বাস্তববাদী সেৱিকা। গঠনমূলক সমাজ সেৱাৰ বাবে যমুনালাল বাজাজ বঁটাৰে সন্মানিত হৈছে। কলিকতা ছায়েন্স কলেজৰ এম-এছ-ছি। এম-এছ-ছি পাছ কৰা তেৱেঁ প্ৰথম অসমীয়া মহিলা। জন্ম ডিব্ৰুগড়ৰ টেকেলা গাঁৱত ( ১৯১১— )।

॥ মুক্তিযোদ্ধা ॥

## শ্ৰীবিজয় ভাগৱতী

শ্ৰীবিজয় চন্দ্ৰ ভাগৱতী এজন ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ আগশাৰীৰ মুক্তিযোদ্ধা। তেওঁ এজন চিন্তাশীল লেখক আৰু সাংবাদিকো। মোৰ ভাৰত ভূমি, গান্ধীবাদ, জিজ্ঞাসাবাদ, সমীক্ষা আদি প্ৰকাশিত গ্ৰন্থ। 'অসম সেৱক'ৰ সম্পাদক। তেজপুৰ সংসদী সমষ্টিৰ ( ১৯৫৬—১৯৭৮ ) লোকসভাৰ সদস্য। জন্ম তেজপুৰ মহকুমাৰ চতিয়াত ( ১৯০৭— )। পিতৃ দুৰ্গেশ্বৰ ভাগৱতী, মাতৃ কেতেকী দেৱী। পত্নী সুলেখিকা শ্ৰীবিমলা ভাগৱতী।

# শ্ৰীমতী পুষ্পলতা দাস

শ্ৰীমতী পুষ্পলতা দাস এগৰাকী নিস্বাৰ্থী দেশ সেৱিকা। ভাৰতৰ স্বাধীনতা সংগ্ৰামত তেওঁ আগভাগ লৈছিল আৰু ভাৰত স্বাধীন হোৱাত সংসদী ৰাজনীতিত তেওঁ অংশ গ্ৰহণ কৰিছিল। নীতি আৰু আদৰ্শময় জীৱন যাপন কৰা শ্ৰীমতী দাসে ভাৰত চৰকাৰে দিয়া তাম্ৰপত্ৰ তেওঁ গ্ৰহণ নকৰিলে আৰু এম-এল-এ-ৰ বৰ্দ্ধিত বানচখিনি তেওঁ অনুষ্ঠানৰ নামৰ্তে দান দিলে। সুবক্তা আৰু চিন্তাশীল লেখিকা ৰূপেও তেওঁ জনাজাত। তেওঁৰ স্বামী আছিল প্ৰবীণ সাহিত্যিক-সাংবাদিক অমিয় কুমাৰ দাস। শ্ৰীমতী দাসৰ জন্ম উত্তৰ লক্ষীমপুৰত ( ১৯১৫ — )। ১৯৩৮ চনত তেওঁ অন্ধ্ৰ বিশ্ববিদ্যালয়ৰপৰা এম-এ পাছ কৰিছিল। তেওঁ বিভিন্ন গঠনমূলক চৰকাৰী আৰু বেচৰকাৰী অনুষ্ঠান-প্ৰতিষ্ঠান সৈতেও জড়িত আছিল।

# ডাঃ শম্ভুনাথ মেধি

ডাঃ শম্ভুনাথ মেধি এজন মুক্তিযোদ্ধা। ভাৰতৰ স্বাধীনতা সংগ্ৰামত বৰঙণি স্মৰণীয়। ১৯৪২ চনত তেওঁ নিৰাপত্তা বন্দীৰূপে আটক হৈছিল। ১৯৬০ চনত তেওঁ হাজো আঞ্চলিক পঞ্চায়তৰ সভাপতি আছিল। তেওঁ বিভিন্ন সামাজিক বিষয়-বাবত জড়িত আছিল। প্ৰখ্যাত চিকিৎসাসেৱী আৰু সমাজসেৱী। জন্ম হাজোৰ মেধি পৰিয়ালত ( ১৯০৩— )

## ॥ চিকিৎসা বিজ্ঞানী ॥

# ডাঃ দেবীচৰণ চৌধুৰী

ডাঃ দেবীচৰণ চৌধুৰী এজন প্ৰখ্যাত চিকিৎসা বিজ্ঞানী। চিকিৎসা সেৱাৰ বাবে তেওঁৰ খ্যাতি সমগ্ৰ পৃথিবী জোৰা আৰু পৃথিবীৰ আগশাৰীৰ নানা অনুষ্ঠানৰ দ্বাৰা সম্মানিত। লোকে তেওঁক অসমৰ বিধান চন্দ্ৰ ৰায় আৰু কোনোৱে 'ধনন্তৰী' ডাক্তৰ বুলি আখ্যায়িত কৰিছে। শিলচৰ মেডিকেল কলেজ আৰু গুৱাহাটী মেডিকেল কলেজৰ অধ্যক্ষ। ১৯৮৬ অধ্যক্ষ পদৰপৰা অৱসৰ। এডিন বাৰ্গ বিশ্ববিদ্যালয়ৰ মেডিচিনৰ সৰ্বোচ্চ ডিগ্ৰী এম. আৰ. চি. পি. লাভ কৰি, অসম মেডিকেল কলেজৰ অধ্যাপক আৰু পিছত, গুৱাহাটী মেডিকেল কলেজৰ মেডিচিন বিভাগৰ প্ৰধান মুৰব্বী অধ্যাপক। বৰ্তমান তেওঁ প্ৰতি দেওবাৰে পুৱা দুখীয়া আৰু দুৰ্ভগীয়াজনক 'পাৰিশ্ৰমিক মুক্ত' সেৱা আগবঢ়োৱাতো উল্লেখযোগ্য। জন্ম টিহুৰ বৰমাখিবাহাত ( ১৯২৬— )। পিতৃ স্বৰ্গীয় চণ্ডীচৰণ চৌধুৰী। ডাঃ দেবী চৌধুৰীৰ পত্নী শ্ৰীউষা চৌধুৰী। শ্ৰীউষা চৌধুৰী এগৰাকী বিদূষী মহিলা।

# ডাঃ বসন্তকুমাৰ গোস্বামী

ডাঃ বসন্তকুমাৰ গোস্বামী এগৰাকী নাক, কাণ আৰু গল আদি ৰোগৰ বিশেষজ্ঞ। ১৯৬৭ চনত তেওঁ গুৱাহাটীৰ উজান বজাৰত 'গোস্বামী ক্লিনিক আৰু নাৰ্ছিং হোম' প্ৰতিষ্ঠা কৰিছে। ডিব্ৰুগড় অসম মেডিকেল কলেজৰ ( ১৯৫৫ ) এম. বি. বি. এছ। লক্ষ্ণৌ কিং জৰ্জ মেডিকেল কলেজৰ ডি. এল. ও ( ১৯৫৮ ) আৰু লক্ষ্ণৌৰ ই. এন. টি. ৰ এম. এছ. ( ৰিচাৰ্চ স্কলাৰ )। গুৱাহাটী চিভিল হস্পিতালৰ ই. এন. টি. বিভাগত এচিছটেণ্ট চাৰ্জন ওৱান ( ১৯৬০ ) আৰু গুৱাহাটী মেডিকেলত ই. এন. টি বিভাগৰ ( ১৯৬২ ) ৰেজিষ্টাৰ আছিল। ১৯৬৪ চনত এই পদৰপৰা পদত্যাগ কৰে। জন্ম কামৰূপৰ খতিয়ামাৰীত ( ১৯২৭— )।

॥ প্ৰশাসক ॥

# ড° নিৰ্মলকুমাৰ চৌধুৰী

ড° নিৰ্মলকুমাৰ চৌধুৰী এজন প্ৰবীন শিক্ষাবিদ। বৰ্তমান তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য। ইয়াৰ আগতে, শিক্ষা সঞ্চালকালয়ত সহকাৰী সঞ্চালক, অভিযান্ত্ৰিক মহাবিদ্যালয়ৰ অধ্যাপক, শিলচৰ অভিযান্ত্ৰিক মহাবিদ্যালয়ৰ অধ্যক্ষ, কাৰিকৰী শিক্ষা সঞ্চালক আদিত বিভিন্ন দায়িত্বত আছিল। জন্ম নলবাৰীৰ পকোৱা গাঁৱত ( ১৯৩৬— )। ইংলেণ্ডৰ মানচেষ্টাৰ বিশ্ববিদ্যালয়ৰ ( ১৯৬৩ ) এম-টেক আৰু উক্ত বিশ্ববিদ্যালয়ৰ ( ১৯৬৬ ) ডক্টৰেট উপাধিধাৰী।

## শ্ৰীমতী বিজয়া হাজৰিকা

শ্ৰীমতী বিজয়া হাজৰিকা এগৰাকী অসম চৰকাৰৰ প্ৰশাসনিক বিষয়া। বৰ্তমান তেওঁ পুথিভঁৰাল সেৱা বিভাগৰ ( ১৯৮৭— ) ভাৰপ্ৰাপ্ত সঞ্চালক হিচাপে কাৰ্য নিৰ্বাহ কৰি আছে। তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ পুথিভঁৰাল বিজ্ঞানৰ স্নাতকোত্তৰ। জন্ম গুৱাহাটীত ( ১৯৪১— )। পিতৃ অৱসৰপ্ৰাপ্ত বিদ্যালয়সমূহৰ উপ-পৰিদৰ্শক ৺জগতচন্দ্ৰ বৰুৱা।

# শ্ৰীজয়ন্ত ভূঞা

শ্ৰীজয়ন্ত ভূঞা ভাৰতীয় তেল নিগমৰ গুৱাহাটী শোধনাগাৰৰ বৰ্তমান জেনেৰেল মেনেজাৰ আৰু তেওঁৱেঁই এই পদ পাওঁতা প্ৰথম অসমীয়া। ইয়াৰ আগতে অসম অইলৰ ডেপুটি জেনেৰেল মেনেজাৰ, ভাৰতীয় তেল নিগমৰ বোম্বাইৰ মুখ্য ডিভিজনেল মেনেজাৰ আদি বিভিন্ন বিভাগৰ উচ্চ পদত আছিল। আহমদাবাদৰ ইণ্ডিয়ান ইন্সটিটিউট অৱ মেনেজমেণ্টৰ স্নাতকোত্তৰ ডিগ্ৰীধাৰী।

# শ্ৰীমাধৱ শৰ্ম্মা

শ্ৰীমাধৱ শৰ্মা এজন ভাৰতীয় উত্তৰ পূৰ্ব সীমান্ত ৰেল বিভাগৰ জ্যেষ্ঠ বিষয়া। তেওঁ বৰ্তমান উত্তৰ পূৰ্ব সীমান্ত ৰেলৰ চি. পি. ও. ৰূপে কাৰ্য নিৰ্বাহ কৰিছে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ কমাৰ্ছ শাখাৰ অধ্যাপক, ভাৰতীয় ৰেলৰ গোৰখপুৰ পৰিবহন সেবা আৰু পূৰ্ব ৰেলৰ কলিকতা পৰিবহন আৰু বাণিজ্য শাখাৰো তেওঁ উচ্চ বিষয়া আছিল। ১৯৫৬ চনত এম-কম আৰু ১৯৭৪ পি. এইচ. ডি ডিগ্ৰী লাভ কৰে। জন্ম ডিব্ৰুগড় চহৰত ( ১৯৩৬— )। পিতৃ শিৱচন্দ্ৰ শৰ্মা।

# শ্ৰীৰবীন কলিতা

শ্ৰীৰবীন কলিতা ভাৰতীয় ৰেল সেৱাৰ এগৰাকী উচ্চ বিষয়া।

বৰ্ত্তমান শ্ৰীকলিতা উত্তৰ পূৰ সীমান্ত ৰেলৱেৰ মুখ্য জন সম্পৰ্কৰক্ষী বিষয়া ৰূপে কৰ্মৰত। জন্মস্থান তেজপুৰ। স্নাতকোত্তৰ আৰু আইন ডিগ্ৰীধাৰী শ্ৰীকলিতাই যোৰহাটৰ ইঞ্জিনীয়াৰিং কলেজ আৰু শিলঙৰ সেণ্ট এডমাণ্ড কলেজত অধ্যাপনা কৰি সাধাৰণ বীমা নিগমত সহকাৰী প্ৰশাসনিক বিষয়াৰূপে কাৰ্য নিৰ্বাহ কৰে (১৯৭৯)। ১৯৮২ ভাৰতীয় ৰেল সেৱাত যোগদান কৰি, বৰ্ত্তমান তাতে পদমৰ্য্যাদাৰে কৰ্মৰত হৈ আছে।

## ॥ আইনবিদ ॥

# ড° হৰেন্দ্ৰনাথ কলিতা

ড° হৰেন্দ্ৰনাথ কলিতা এগৰাকী যশস্বী আইনবিদ আৰু শিক্ষাবিদ। 'আপোনাৰ অধিকাৰসমূহ কি?' আৰু 'আইন আৰু ৰাজনীতি বিজ্ঞান'ৰ ওপৰত তেওঁ এনানি চিন্তাশীল আলোচনা আগবঢ়াইছে। বৰ্তমান চৰকাৰী আইন মহাবিদ্যালয়ৰ (১৯৮০) অধ্যক্ষ। গুৱাহাটী বিশ্ববিদ্যালয়ৰ ৰাজনীতি বিষয়ৰ এম-এ, আইনৰ স্নাতক, শিক্ষাৰ স্নাতক আৰু দিল্লী বিশ্ববিদ্যালয়ৰ পৰা (১৯৭২) আইনৰ স্নাতকোত্তৰ উপাধিও লাভ কৰে। কিছু বছৰ প্ৰাগ্‌জ্যোতিষ কলেজত অধ্যাপনা কৰে। গুৱাহাটী বিশ্ববিদ্যালয়ত (১৯৭৬) আইনৰ স্নাতকোত্ত শ্ৰেণী আৰম্ভ কৰি, তাত তেওঁ প্ৰথম অধ্যাপনা কৰে। ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ 'ডক্টৰেট' (১৯৯০)। গুৱাহাটী বিশ্ববিদ্যালয়ৰ কাৰ্যবাহী পৰিষদৰ দহ বছৰ ধৰি সদস্য, কোৰ্টৰ সদস্য, ফেকাল্টি অৱ ল'ৰ সদস্য, ডিব্ৰু. বিশ্ববিদ্যালয়ৰ আইনৰ ফেকাল্টিৰ সদস্যকে ধৰি অন্যান্য শিক্ষামূলক অনুষ্ঠানৰ সদস্য পদত আছে। জন্ম গোলাঘাটৰ আমোলাপট্টিত (১৯৩৭—)। পিতৃ ৺বিজয়চন্দ্ৰ কলিতা।

## ড° হৰেনচন্দ্ৰ দাস

ড° হৰেন চন্দ্ৰ দাস এগৰাকী গুৱাহাটী উচ্চ ন্যায়ালয়ৰ অধিবক্তা। বি বৰুৱা কলেজ আৰু জে. বি. ল কলেজৰ প্ৰাক্তন অধ্যাপক। ইংৰাজী বিষয়ৰ এম. এ ( ১৯৬৫ ) আৰু সাংবিধানিক আইনৰ ওপৰত 'ডক্টৰেট' ডিগ্ৰী লাভ ( ১৯৮৩ )। শ্ৰীদাস এই বিষয়ৰ একমাত্ৰ ডক্টৰেট। '৬৭ ৰ বি. এল। গুৱাহাটী মহিলা আইন সাহায্য কেন্দ্ৰৰ মুখ্য আইন উপদেষ্টা। 'আইন আৰু আপুনি' গ্ৰন্থ প্ৰকাশৰ পথত। জন্ম হাজোত ( ১৯৪৩ )।

॥ শিক্ষাবিদ ॥

# ড° ৰত্নকান্ত বৰুৱা

· ড° ৰত্নকান্ত বৰুৱা এগৰাকী বিশিষ্ট শিক্ষাবিদ। তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ লেকচাৰাৰ, কন্‌ট্ৰোলা অৱ এগ্‌জামিনেচনচ একাডেমিক ৰেজিষ্টাৰ এচিচটেণ্ট ৰেজিষ্টাৰ আছিল। বৰ্তমান গুৱাহাটীৰ সন্দিকৈ ছোৱালী কলেজৰ অধ্যক্ষ। গুৱাহাটী বিশ্ববিদ্যালয়ৰ এম. এছ. ছি ১৯৫৪ ) আৰু ৰাঁচি বিশ্ববিদ্যালয়ৰ পৰা পি. এইছ. ডি ( ১৯৭৭ ) ডিগ্ৰী লাভ কৰে। জন্ম নগাঁৱত ( ১৯৩২— )।

# চন্দ্রমোহন শর্ম্মা

চন্দ্রমোহন শৰ্মা এগৰাকী অসমৰ খ্যাতনামা শিক্ষাবিদ আছিল। বিশেষকৈ তেওঁ অংক শাস্ত্ৰৰ এগৰাকী বিদগ্ধ পণ্ডিত বুলি সকলোৱে স্বীকৃত হৈছিল। তেওঁ এজন বিশিষ্ট লোকগীত শিল্পী আৰু সু-অভিনেতা আছিল। সৰ্থেবাৰী আৰু টিহু অঞ্চলৰ শিক্ষা-সংস্কৃতি আৰু সামাজিক জীৱনৰ সৈতে তেওঁ নিবিড় সম্পৰ্ক গঢ়ি তুলিছিল, যাৰ মাজত ৺শৰ্মা সদায় জীৱন্ত হৈ থাকিব। ১৯৭০ চনত তেওঁ বাঁচিত অনুষ্ঠিত প্ৰধান শিক্ষক শিবিৰত অসমৰ হৈ প্ৰতিনিধিত্ব কৰি, মহান শিক্ষাবিদৰূপে স্বীকৃত হৈছে।

বিৰল গাম্ভীৰ্য আৰু অমায়িক চৰিত্ৰৰ অধিকাৰী ৺শৰ্মাৰ জন্ম অবিভক্ত কামৰূপ জিলাৰ সৰ্থেবাৰীৰ ওচৰৰ হেলাচাত, ( ১৩২৪ ভাস্কৰাব্দ পুহ মাহৰ ২৪ — ১৯৭৬ চনৰ ১৩ নৱেম্বৰ )। প্ৰাথমিক শিক্ষা হেলচা প্ৰাথমিক বিদ্যালয়ৰপৰা লাভ কৰে। তাৰ পিছত এম-ই পৰীক্ষা কৰয়া মাইনৰ বিদ্যালয়ৰপৰা উত্তীৰ্ণ হয়। চামতা হাইস্কুলৰপৰা ( ১৯৩৭ ) অংক আৰু সংস্কৃতৰ চাৰিটা বিষয়ত লেটাৰসহ প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। কটন কলেজৰপৰা ( ১৯৩৯ ) পদাৰ্থবিদ্যা, উদ্ভিদবিদ্যা আৰু অংক বিষয়ত লেটাৰসহ আই-এছ-ছি আৰু ১৯৪১ বি-এ পাচ কৰে। ১৯৪১-ৰ পৰা টিহু হাইস্কুলৰ সহকাৰী শিক্ষক ৰূপে নিযুক্ত হৈ পিছত, ১৯৪৭ সাৰ্থেবাৰী হাইস্কুলত প্ৰধান শিক্ষকৰূপে কাম কৰে। এই সময়ছোৱাতে তেওঁ সুখ্যাতিৰে বি-টি পাচ কৰে। এই বিদ্যালয়ত প্ৰায় ঊনত্ৰিশ বছৰ কাম কৰি অৱসৰ গ্ৰহণ কৰে।

## শ্ৰীকবেন্দ্ৰচন্দ্ৰ তালুকদাৰ

শ্ৰীকবেন্দ্ৰচন্দ্ৰ তালুকদাৰ এজন শিক্ষাবিদ। দমদমা কলেজৰ বৰ্ত্তমান অধ্যক্ষ। তেওঁ ভালেমান প্ৰবন্ধ-পাতি ৰচনা কৰিছে। জন্ম ওপৰ বৰভাগ মৌজাৰ বৰকুলহাটী গাঁৱত ( ১৯৪০— )।

॥ উদ্যোগী ॥

## শ্ৰীমুনীন্দ্ৰনাৰায়ণ দত্তবৰুৱা

শ্ৰীমুনীন্দ্ৰ নাৰায়ণ দত্তবৰুৱা এগৰাকী বিশিষ্ট গ্ৰন্থ প্ৰকাশক, নীলাচল কাকতৰ প্ৰতিষ্ঠাতা আৰু পিছত কাকতখনৰ সম্পাদক। 'আৰ্ট এণ্ড ছবি চেন্টাৰ'ৰ প্ৰতিষ্ঠাতা। অথ উপনিষদৰ কাহিনী, ঈশ্বৰ আদি গ্ৰন্থৰ প্ৰণেতা। দুখন অভিধানৰ সম্পাদক। 'য'ত ডাক্তৰ নাই' আদি গ্ৰন্থৰ অনুবাদক। জন্ম নলবাৰীৰ পূব কালাকুছি গাঁৱত ( ১৯২৪— )। কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ১৯৫০ চনত এম. এ. পাচ কৰে। পিতৃ প্ৰখ্যাত সাহিত্যিক ৺হৰিনাৰায়ণ দত্তবৰুৱা।

## শ্ৰীজগন্নাথ শৰ্মা

শ্ৰীজগন্নাথ শৰ্মা এগৰাকী প্ৰখ্যাত কুটীৰ শিল্পী উদ্যোগী। ব্ৰহ্মপুত্ৰ সমবায়ৰ যোগেদি তেওঁ প্ৰায় সাত লাখ নিষ্পেষিত বোৱনীক সংস্থাপনৰ সুবিধা প্ৰদান কৰি, বিশেষ গৌৰৱৰ ভাগি হৈছে। এই সমবায় সমিতি-খনে ভাৰত চৰকাৰে প্ৰৱৰ্তন কৰা জনতা বস্ত্ৰ উৎপাদন আৰু বিতৰণ আঁচনিত ১৯৮৪ চনৰপৰা ১৯৮৯-৯০ চনৰ ভিতৰত সোতৰ নিযুতৰো অধিক বৰ্গমিটাৰ জনতা কাপোৰ বৈ এক অভিলেখ স্থাপন কৰিব পাৰিছে। বৰ্তমান তেওঁ এই ব্ৰহ্মপুত্ৰ ভেলী ৰিজিঅ'নেল, হেণ্ডলুম উইভাৰ্চ কোঅ'পাৰেটিভ চোছাইটি লিমিটেডৰ পৰিচালন সঞ্চালক। জন্ম গুৱালকুছিত (১৯৪১— )।

# প্ৰমেশচন্দ্ৰ কলিতা

প্ৰমেশচন্দ্ৰ কলিতা এজন প্ৰখ্যাত ব্যৱসায়ী। 'কলিতা ইণ্ডাষ্ট্ৰীজ' আৰু 'কলিতা ইলেকট্ৰনিকচ্‌, প্ৰাইভেট লিঃ নামৰ প্ৰতিষ্ঠানৰ জন্ম দিওঁতা। হাতত মুঠে পাঁচিশ পইচালৈ ব্যৱসায়ত হাত দিছিল। ১৯৫৮ চনত ব্যৱসায়ত হাত মেলিছিল পলাশবাৰী ঘাটত। কিন্তু ব্যৱসায়ৰ প্ৰতি থকা নিষ্ঠা, একগ্ৰতা গুণে, তেওঁৰ কাৰখানাৰ উৎপাদিত সামগ্ৰী অসম কিয়, ভাৰততে প্ৰখ্যাতি লভিছে। জন্ম ১৯৪০ চনত আৰু মৃত্যু ১৯৯০ চনত।

॥ গ্ৰন্থ প্ৰকাশক ॥

## বজ্ৰেশ্বৰ দত্ত

বজ্ৰেশ্বৰ দত্ত এগৰাকী অসমীয়া ভাষা সাহিত্যৰ বিশিষ্ট গ্ৰন্থ প্ৰকাশক ৰূপে জনাজাত। পোনতে লয়াৰ্ছ বুক ষ্টলত (১৯৪০) কাম কৰি, পিছত নিজে নিউ বুক ষ্টল (১৯৫৫) আৰম্ভ কৰে আৰু গ্ৰন্থ প্ৰকাশ কৰিবলৈ লয়। ১৯৮৪ চনৰপৰা দোকানৰ নাম দত্ত ব্ৰাদাৰ্চ ৰাখে। জন্ম কামৰূপৰ চাংসাৰিৰ ওচৰৰ বকৰাজানিত (১৯২০—১৯৯০)।

॥ ক্ৰীড়াবিদ ॥

# মনালিছা বৰুৱা মেহতা

ভাৰতৰ ভিতৰতে জনপ্ৰিয় মহিলা খেলুৱৈৰূপে মনালিছা সমাদৃত হৈছে। তেওঁ এগৰাকী টেবুল টেনিছ খেলুৱৈ। তিনিবাৰ এছিয়ান গেমছ খেলিছে। তেওঁ 'অৰ্জুন বঁটা'ৰেও সন্মানিত হৈছে। ১৯৭৪ চনতে তেওঁৰ টেবুল টেনিছ খেল আৰম্ভ হয়। ১৯৭৪—১৯৭৮ চনলৈ তেওঁ স্কুল পৰ্যায়ত সৰ্বভাৰতীয় ভিত্তিত শ্ৰেষ্ঠত্ব প্ৰমাণ কৰিছে। তেওঁ ৰাষ্ট্ৰীয় চেম্পিয়নশ্বিপৰো সন্মান লাভ কৰিছে। ১৯৮৭-ৰ নতুন দিল্লীত অনুষ্ঠিত বিশ্ব টেবুল টেনিছৰ তেওঁ আছিল শ্ৰেষ্ঠ প্ৰতিযোগী। তেওঁ ইংৰাজী বিষয়ৰ সন্মানৰ স্নাতক। ভাৰতীয় ষ্টেট বেংক আৰু পিছত অইল ইণ্ডিয়াৰ কাৰ্যবাহী বিষয়াৰূপে কৰ্মৰত।

# মণিকঙ্কনা দত্তবৰুৱা

মণিকঙ্কনা দত্তবৰুৱা ( ১৯৭৪— ) এগৰাকী বেগী সাঁতুৰবিদৰূপে সৰ্বভাৰতত সম্মানিত হৈছে। তেওঁ চৈধ্য বছৰ বয়সতে কলিকতাত অনুষ্ঠিত সৰ্বভাৰতীয় মুকলি সাঁতুৰ প্ৰতিযোগিতাত বুলা চৌধুৰীক হৰুৱাই প্ৰথম স্থান লাভ কৰিছে। বিভিন্ন সময়ত অনুষ্ঠিত সাঁতুৰ প্ৰতিযোগিতা-বোৰতো প্ৰথমহৈ সোণৰ মেডেল আৰ্জিছে। তেওঁৰে ভণীয়েক পল্লবী দত্তবৰুৱা ( ১৯৭৫— ) মাদ্ৰাজৰ ত্ৰিবানদ্ৰমত অনুষ্ঠিত সৰ্বভাৰতীয় মুকলি সাঁতোৰ প্ৰতিযোগিতাত প্ৰথম হৈ সোণৰ মেডেল লাভ কৰিবলৈ সক্ষম হৈছে। তেওঁলোক গুৱাহাটী নিবাসী শ্ৰীজ্যোতিন্দ্ৰ দত্তবৰুৱাৰ ছোৱালী।

———